শ্ৰীমন্ত শঙ্কৰদেৱৰ

# কীৰ্ত্তন-ঘোষা

ৰত্নাকৰ কন্দলিৰ সহস্ৰ-নাম-বৃত্তান্ত

আৰু

শ্ৰীশ্ৰীমাধৱদেৱৰ

# নাম-ঘোষা

জয় গুৰু শংকৰ

শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ

KĪRTTANA-GHOṢĀ by Śrīmanta Śaṅkaradeva (c 15th. 16th. Cen. A.D.) with Sahasra-nām-vṛttānta by Ratnākara Kandali and NĀMA-GHOṢĀ by Śrī Śrī Mādhavadeva (c 15th. 16th. A.D.), critically edited by a Board of Editors (Gaveṣaka-maṇḍalī) and published by Sri Hariprasad Hazarika, General Secretary, for and on behalf of Srimanta Sankaradeva Sangha, a religio-cultural organisation, with its Head Office at Kalangpar, Nagaon, Assam.

**Seventh Edition : 2010**

---

প্ৰথম প্ৰকাশ ঃ ১৯৯১
দ্বিতীয় প্ৰকাশ ঃ ১৯৯৫
তৃতীয় প্ৰকাশ ঃ ১৯৯৯
চতুৰ্থ প্ৰকাশ ঃ ২০০২
পঞ্চম প্ৰকাশ ঃ ২০০৫
ষষ্ঠ প্ৰকাশ ঃ ২০০৭
সপ্তম প্ৰকাশ ঃ ২০১০

মূল্য ঃ ১২০.০০ মাত্ৰ

**বেটুপাতৰ শিল্পী ঃ**
শ্ৰীচন্দন চুতীয়া

**ছপা সংখ্যা ঃ ১০,০০০**

**মুদ্ৰক ঃ**
মাতৃ অফচেট প্ৰেছ
হেদায়েৎপুৰ, গুৱাহাটী - ৩

## প্ৰধান সম্পাদকৰ নিৰেদন ঃ ষষ্ঠ সংস্কৰণ

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত 'কীৰ্ত্তন-ঘোষা' আৰু শ্ৰীশ্ৰীমাধৱদেৱ বিৰচিত 'নাম-ঘোষা' গ্ৰন্থ দুখনি একত্ৰে প্ৰকাশ কৰাৰ পৰম্পৰা শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘই অব্যাহত ৰাখিছে। ১৯৯১ চনতেই শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ সাহিত্য গৱেষণা পৰিষদে গ্ৰন্থ দুভাগিৰ পাঠ-সমীক্ষা কৰি প্ৰকাশৰ উপযোগী কৰি দিছিল। সেই মৰ্মে বৰ্তমানলৈ পাঁচটি সংস্কৰণৰ ছপা পুথি সঙ্ঘৰ গ্ৰন্থ বিপণনৰ জৰিয়তে পাঠক সমাজৰ হাতত তুলি দিয়া হৈছে। ১৯৯১ চনত প্ৰথম প্ৰকাশ, ১৯৯৫ চনত দ্বিতীয় প্ৰকাশ, ১৯৯৯ চনত তৃতীয় প্ৰকাশ, ২০০২ চনত চতুৰ্থ প্ৰকাশ আৰু ২০০5 চনত পঞ্চম প্ৰকাশ কৰা হয়। ষষ্ঠ প্ৰকাশ ২০০৭ চনত প্ৰকাশ কৰা হৈছে।

ইতিমধ্যে হৈ যোৱা সংস্কৰণসমূহত কিছু বানানৰ ভুল থাকি গৈছিল। বৰ্তমান সংস্কৰণত সেইখিনি দূৰ কৰি নিখুঁটভাৱে উলিয়াবলৈ যত্ন কৰা হৈছে। এই কাৰ্যত বিশেষভাৱে সাহিত্য শাখাৰ প্ৰাক্তন সম্পাদক শ্ৰীকৈলাস দাস বাপে পৰিশ্ৰম কৰিবলগীয়া হৈছে। তেখেতলৈ এই সেৱাৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰিলো। প্ৰেছৰ বৰ্ণাশুদ্ধি, ছপা-বন্ধাৰ সমস্ত দায়িত্বত মাতৃ অফচেট প্ৰেছৰ স্বত্বাধিকাৰ হিচাপে শ্ৰীকমলাকান্ত বৰা বাপ জড়িত যদিও সঙ্ঘৰ সাহিত্য শাখাৰ এগৰাকী সদস্য হিচাপে এই কামত তেখেতে যথেষ্ট সতৰ্কতাৰে সেৱা আগবঢ়াইছে। বৰ্ণাশুদ্ধিৰ কামত আন এগৰাকী সদস্য শ্ৰীভবেন দুৱৰী বাপেও কিছু সহায় কৰি দিছে। গ্ৰন্থভাগি সুন্দৰ ছপা-বন্ধাৰে পাঠক সমাজলৈ আগবঢ়াই দিবলৈ পাই আমি ধন্য হৈছোঁ।

ইতিপূৰ্বে প্ৰকাশিত তৃতীয়, চতুৰ্থ আৰু পঞ্চম (১৯৯৯-২০০৫) সংস্কৰণৰ গ্ৰন্থ-মূল্য বৃদ্ধি কৰা হোৱা নাছিল যদিও বৰ্তমান বজাৰত কাগজৰ মূল্য বৃদ্ধি হোৱা আৰু মুদ্ৰণৰ নিৰিখ বৃদ্ধি হোৱাৰ পৰিপ্ৰেক্ষিতত এইবাৰ গ্ৰন্থ-মূল্য বৃদ্ধি কৰিবলগীয়া হৈছে। তাৰ বাবে পাঠক সমাজে মূল্য বৃদ্ধিৰ ক্ষেত্ৰত বিবেচনা কৰিব বুলি বিনম্ৰ অনুৰোধ জনাইছোঁ। সাহিত্য শাখা সমিতিৰ সভাপতি ড° ৰবীন্দ্ৰনাৰায়ণ চৌধুৰী আৰু সম্পাদক শ্ৰীজীৱকান্ত নাথ প্ৰমুখ্যে সকলো সদস্য-সদস্যালৈ ধন্যবাদ জ্ঞাপন কৰিছোঁ। ইতি,

সেৱাৰে—
দাসানুদাস—
**শ্ৰীহৰিপ্ৰসাদ হাজৰিকা**
প্ৰধান সম্পাদক
শ্ৰীন্ত শঙ্কৰদেৱ সঙ্ঘ

২ জেঠ, ৫৫৮ শঙ্কৰাব্দ

## তৃতীয় প্ৰকাশৰ নিৰেদন

শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ দ্বাৰা প্ৰকাশিত 'কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা' পুথিভাগিৰ দ্বিতীয় প্ৰকাশৰ পুথিসমূহ ইতিমধ্যে শেষ হোৱাত পাঠক সমাজৰ চাহিদাৰ প্ৰতি লক্ষ্য ৰাখি তৃতীয় প্ৰকাশ কৰিবলৈ লোৱা হ'ল। কাগজৰ আৰু ছপা মূল্য দ্বিতীয় প্ৰকাশতকৈ অনেক গুণে বৃদ্ধি পোৱা সত্বেও গ্ৰাহকসকলৰ সুবিধাৰ্থে গ্ৰন্থভাগিৰ পূৰ্বৰ মূল্যকে পুনৰ ধাৰ্য কৰা হ'ল। তৃতীয় প্ৰকাশৰ কামখিনি চোৱা-চিতা কৰি দিয়াৰ বাবে ড° ধৰ্মেশ্বৰ চুতীয়া বাপ আৰু শ্ৰীকমলাকান্ত বৰা বাপলৈ ধন্যবাদ জনালোঁ। ছপা কামৰ বাবে শৰাইঘাট অফ্ছেট প্ৰেছৰ স্বত্বাধিকাৰী আৰু কৰ্মীবৃন্দৰ শলাগ ল'লোঁ। ইতি—

সেৱাৰে—
**শ্ৰীহৰিপ্ৰসাদ হাজৰিকা**
প্ৰধান সম্পাদক
শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ

১০/০৭/১৯৯৯
৫৫০ শঙ্কৰাব্দ

## দ্বিতীয় প্ৰকাশৰ নিৰেদন

বহুদিনীয়া প্ৰচেষ্টাৰ মূৰত শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘই ১৯৯০ চনৰ ডিচেম্বৰ মাহত শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষ দুজনা বিৰচিত যথাক্ৰমে 'কীৰ্ত্তন-ঘোষা' আৰু 'নাম-ঘোষা' পুথি দুখনি বিজ্ঞানসন্মতভাৱে সম্পাদনা কৰি একত্ৰে প্ৰকাশ কৰি উলিয়ায়। অতি আনন্দৰ কথা যে ৰাইজৰ সমাদৰত অতি কম সময়ৰ ভিতৰতে প্ৰথম প্ৰকাশৰ পুথিসমূহ সোনকালে শেষ হৈ গ'ল। সেয়ে সঙ্ঘই পুনৰ মুদ্ৰণৰ আঁচনি গ্ৰহণ কৰে। তাৰ পৰিণতি স্বৰূপে 'কীৰ্ত্তন-ঘোষা' আৰু 'নাম-ঘোষা'ৰ এয়া দ্বিতীয় প্ৰকাশ।

বৰ্তমান বজাৰত কাগজৰ মূল্য অতিপাত বৃদ্ধি হোৱাত, অনিচ্ছাকৃতভাৱে হ'লেও পুথিখনিৰ মূল্য বৃদ্ধি কৰিবলৈ আমাক পৰিস্থিতিয়ে বাধ্য কৰালে। সেয়ে আমি ৰাইজৰ ওচৰত ক্ষমা বিচাৰিছোঁ। আশা ৰাখিছোঁ আগৰ দৰেই সুধীবৃন্দই পুথিখনি সাদৰেৰে গ্ৰহণ কৰিব।

''কৃষ্ণ পাদপদ্ম দুই মোৰ নিজ গতি।
হৰি নাম বিনে আন নজানো ভকতি।।''

ইতি
—সেৱাৰে
দাসানুদাস
**শ্ৰীমুখ্যেশ্বৰ শইকীয়া**
প্ৰধান সম্পাদক
শ্ৰীমন্ত শঙ্কৰদেৱৰ সঙ্ঘ

১৫ আহিন,
৫৪৭ শঙ্কৰাব্দ

# পুনৰ মুদ্ৰণ সম্পৰ্কে একাষাৰ

শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ দ্বাৰা ১৯৯১ চনতে প্ৰকাশিত 'কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা' পুথিভাগিয়ে সঙ্ঘৰ সঙ্গী বাপ-আইসকলৰ উপৰি সাধাৰণ পঢ়ুৱৈসকলৰ বিপুল সমাদৰ লাভ কৰিবলৈ সমৰ্থ হয় আৰু পিছৰ বছৰলৈ পুথিখন দুষ্প্ৰাপ্য হৈ পৰে। এই পৰিস্থিতিত বিশেষকৈ সঙ্গী বাপ-আইসকলৰ উপৰ্যুপৰি তাগিদাৰ প্ৰতি লক্ষ্য ৰাখি পুথিভাগৰ পুনৰ মুদ্ৰণৰ বাবে সিদ্ধান্ত কৰি মূল কাৰ্যনিৰ্বাহক সভাই উক্ত আঁচনিত অনুমোদন জনাই তাক কাৰ্যকৰী ৰূপ দিবলৈ সাহিত্য শাখা সমিতিক দায়িত্ব দিয়ে।

প্ৰথম সংস্কৰণৰ আগলিতে উল্লেখ কৰা হৈছে যে গ্ৰন্থখনি শঙ্কৰী সাহিত্য গৱেষণা পৰিষদে যুগুতাই উলিয়াইছিল। এই সংস্কৰণৰ পাঠত বিশেষ একো সাল-সলনি ঘটোৱা নাই; প্ৰয়োজন বিশেষে আৱশ্যকীয় ক্ষেত্ৰত পাঠান্তৰ নিৰ্দেশ কৰা দুই-এটা পাদটীকা সংযোগ-বিয়োগ কৰা হৈছে মাত্ৰ।

**বিশেষ সংযোগ ঃ** মহাপুৰুষ মাধৱদেৱ বিৰচিত বুলি প্ৰচলিত 'কীৰ্ত্তন-ঘোষা'ৰ 'ধ্যান-বৰ্ণন'ৰ কীৰ্ত্তন এটি কোনো কোনো পুথিত (সাঁচিপতীয়া বা ছপা) দেখিবলৈ পোৱা যায়। কীৰ্ত্তন-ঘোষাৰ কোনো কোনো ছপা পুথিত এই কীৰ্ত্তনটি 'ধ্যান-বৰ্ণন'ৰ 'তৃতীয় কীৰ্ত্তন' শীৰ্ষেৰে প্ৰকাশ হোৱা দেখা যায়। অৱশ্যে কীৰ্ত্তনটিৰ কথাবস্তু, উপস্থাপন শৈলী আৰু তাৰ উদ্দেশ্যৰ প্ৰতি লক্ষ্য কৰিলে এইটি মাধৱদেৱৰ দ্বাৰা 'ৰচিত হোৱা সম্ভৱ' বুলি অনেক পণ্ডিতে মন্তব্য কৰা দেখা যায়। এই বিৱেচনাৰে কীৰ্ত্তনটি বৰ্তমান সংস্কৰণত (প্ৰথম সংস্কৰণত নাই যদিও) ওপৰঞ্চি খণ্ডত 'পৰিশিষ্ট-৩' শীৰ্ষেৰে ঠাই দিয়া হৈছে।

'নাম-ঘোষা'ৰ অনেক সাঁচিপতীয়া পুথিত (আমি পঢ়িবলৈ পোৱা) শেষৰ ঘোষাসমূহৰ পাঠ তথা ক্ৰম নিবন্ধ বৰ আউল লগা। এখনৰ পাঠৰ লগত আনখনৰ পাঠৰ সঙ্গতি নাই। ছপা পুথিবোৰতো এই বিসঙ্গতিবোৰ প্ৰতিফলিত হৈছে। পুথিবোৰ বেলেগ বেলেগ সময়ত বেলেগ বেলেগ লিপিকাৰে তোলা আৰু সেয়ে অনেক হাত আৰু মুখ বাগৰি অহাৰ পাছত তোলাৰ বাবেই এনে বিসঙ্গতি ঘটা বুলি অনুমান কৰিব পাৰি। মহাপুৰুষজনাৰ স্বহস্ত লিখিত অথবা সমসাময়িক যুগৰ কোনো প্ৰাচীনতৰ পাণ্ডুলিপি উদ্ধাৰ নোহোৱালৈকে এই পাঠবোৰৰ বিষয়ে খাটাংকৈ একো ক'ব পৰা নাযায়। আমাৰ সংস্কৰণত এনে



বিসঙ্গতিৰ মাজতো কিছু সঙ্গতি লগাবলৈ প্ৰয়াস কৰা হৈছে। সংশ্লিষ্ট ঘোষাৰ পাদটীকাত সংযোগ-বিয়োগৰ বিষয়ে উল্লেখ কৰা হৈছে।

সঙ্ঘৰ দ্বাৰা ইতিপূৰ্বে প্ৰকাশিত—'কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা' (প্ৰথম সংস্কৰণ) আৰু 'নাম-ঘোষা' (ক্ষুদ্ৰ সংস্কৰণ)ত ঘোষাৰ ক্ৰমিক সংখ্যাত কিছু বিসঙ্গতি ৰৈ গৈছে। বৰ্তমান সংস্কৰণত সেই বিসঙ্গতি দূৰ কৰিবলৈ চেষ্টা কৰা হৈছে। তদুপৰি ঘোষাৰ বৰ্ণানুক্ৰমিক সূচীখনিতো কিছু আসোঁৱাঁহ ৰৈ যোৱা বুলি অভিযোগ নহা নহয়। পঢ়ুৱৈ বাপ-আইসকলৰ অসুবিধালৈ লক্ষ্য কৰি আৰু তেৰাসকলৰ আপত্তিৰ প্ৰতি শ্ৰদ্ধা জনাই এই সংস্কৰণত বৰ্ণানুক্ৰমিক ঘোষা-সূচীখন অলপ বিস্তৃতভাৱে যুগুতাই পুথিৰ আগলিতে সংযোগ কৰা হৈছে।

গ্ৰন্থভাগ ছপা কাৰ্যত শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ পৰম শ্ৰদ্ধেয় পদাধিকাৰ বাপ প্ৰমুখ্যে মূল কাৰ্যনিৰ্বাহক সভাৰ বিষয়ববীয়া আৰু সদস্য-সদস্যা বাপ-আইসকলৰ পৰা সততে অনুপ্ৰেৰণা লাভ কৰা হৈছে। তদুপৰি আমাৰ প্ৰয়াসত শৰাইঘাট ফটো টাইপ্চ আৰু শৰাইঘাট অফছেট্ প্ৰেছৰ উভয় স্বত্বাধিকাৰী আৰু দুয়ো প্ৰতিষ্ঠানৰে কৰ্মীবৃন্দৰ অকুণ্ঠ সহায় লাভ কৰা হৈছে। এই সদৌজনলৈকে আমাৰ সশ্ৰদ্ধ কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ।

শেষত পুথিভাগিৰ ছপা কাৰ্যত গুৰিৰে পৰা লিপ্ত থাকি নিৰ্ভুলভাৱে ছপা কৰাই পঢ়ুৱৈ বাপ-আইসকলৰ হাতত তুলি দিবলৈ আশাসুধীয়া প্ৰচেষ্টা চলোৱা হৈছে। তথাপিও জ্ঞাতে বা অজ্ঞাতে অনেক ত্ৰুটী-বিচ্যুতি ঘটিব পাৰে। এই সমগ্ৰ ত্ৰুটী-বিচ্যুতিৰ বাবে দায়িত্ব গ্ৰহণ কৰি সবাৰে চৰণত শিৰ থৈ ক্ষমা প্ৰাৰ্থনা কৰিছোঁ।

মঞি অজ্ঞানীৰ যতেক অজ্ঞান হৰি হৰি হৰি হৰি এ<br>
কথা কহি কোনে সীমা কৰিবেক তাক।<br>
ইটো মোৰ ঘোৰ দোষ পৰিহৰি হৰি হৰি হৰি হৰি এ<br>
কৃপাময় কৃষ্ণ চৰণে ৰাখা আমাক।।

ইতি<br>
সেৱাৰে—<br>
সাহিত্য শাখা সমিতিৰ পক্ষে,<br>
**শ্ৰীধৰ্মেশ্বৰ চুতীয়া,**<br>
সম্পাদক

১৫ আহিন,<br>
৫৪৭ শঙ্কৰাব্দ

## প্ৰধান সম্পাদকৰ নিৱেদন ঃ প্ৰথম সংস্কৰণ

মহাপুৰুষীয়া ধৰ্মৰ দুখনি প্ৰধান শাস্ত্ৰ, শ্ৰীমন্ত শঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱ মহাপুৰুষ দুজনা বিৰচিত ‘কীৰ্ত্তন-ঘোষা’ আৰু ‘নাম-ঘোষা’ পুথি দুখনি বিজ্ঞানসন্মতভাৱে সম্পাদনা কৰি একত্ৰে প্ৰকাশ কৰিবৰ মানসেৰে শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘই ভালেকেইবছৰৰ আগতে এখনি আঁচনি প্ৰস্তুত কৰে আৰু সেই উদ্দেশ্যে সঙ্ঘৰ শঙ্কৰী সাহিত্য-গৱেষণা পৰিষদৰ তিনিগৰাকী সদস্য, শ্ৰদ্ধেয় শ্ৰীসোণাৰাম চুতীয়া, শ্ৰীভৱপ্ৰসাদ চলিহা আৰু ডঃ ধৰ্মেশ্বৰ চুতীয়াদেৱক গৱেষকৰূপে লৈ সেই আঁচনি ৰূপায়ণৰ দায়িত্ব ন্যস্ত কৰা হয়। পাছত আন দুগৰাকী সদস্য অধ্যাপক মধু ওজা আৰু ডঃ পূৰ্ণানন্দ শইকীয়াদেৱক সেই আঁচনিৰ লগত জড়িত কৰা হয়। গৱেষকসকলে যোৱা কেইবছৰৰ পৰিশ্ৰমৰ মূৰত গ্ৰন্থখনি যুগুতাই দিয়া বাবে আমি তেখেতসকলৰ ওচৰত পৰম কৃতজ্ঞ। বৈষ্ণৱ পণ্ডিত শ্ৰদ্ধেয় শ্ৰীসোণাৰাম চুতীয়া বাপে ‘নাম-ধৰ্ম’ সম্পৰ্কে এটি মূল্যবান চমু প্ৰবন্ধ আগ-কথাৰূপে লিখি দি আমাক কৃতাৰ্থ কৰিছে। গৱেষক মণ্ডলীৰ আহ্বায়ক ডঃ ধৰ্মেশ্বৰ চুতীয়াদেৱে গ্ৰন্থভাগিৰ সম্পাদনা আৰু প্ৰকাশৰ কামত যি সেৱা আগবঢ়াইছে তাৰ বাবে তেখেতলৈ আমাৰ হিয়াভৰা কৃতজ্ঞতা জনাইছোঁ। পুথিখনি যুগুতাওঁতে সঙ্ঘৰ সাহিত্য শাখাৰ এসময়ৰ সম্পাদক



প্ৰয়াত নবীনচন্দ্ৰ ভূঞাদেৱে প্ৰথমৰে পৰাই অশেষ উদ্যোগ লৈছিল আৰু সঙ্ঘৰ সাহিত্য শাখাৰ বৰ্তমানৰ সভাপতি আৰু সম্পাদক ক্ৰমে শ্ৰীকৰুণাকান্ত কলিতা আৰু শ্ৰীহৰিপ্ৰসাদ হাজৰিকাদেৱে নানা প্ৰকাৰে সহায় কৰি দিছে। পুথিখনি ছপাই উলিওৱাত সঙ্ঘৰ গুৱাহাটী জিলা শাখাৰ প্ৰাক্তন সম্পাদক শ্ৰীফণী মালাকাৰদেৱে অশেষ কষ্ট স্বীকাৰ কৰিছে। তেখেতসকল সদৌটিলৈকে আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। কম সময়ৰ ভিতৰতে গ্ৰন্থখনি ছপাই দিয়া বাবে গুৱাহাটীৰ জ্যোতি প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী আৰু ছপাশালৰ কৰ্মীবৃন্দলৈও আমাৰ শলাগ থাকিল।

দাসানুদাস—
**শ্ৰীমুখ্যেশ্বৰ শইকীয়া**
প্ৰধান সম্পাদক
শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘ

যোৰহাট,
১৫ ডিচেম্বৰ, ১৯৯০

# আগকথা

## (১)

অতীতৰ যিমানবিলাক গ্ৰন্থ বিংশ শতাব্দী পৰ্য্যন্ত উদ্ধাৰ হৈছে সেই সমস্তৰে ভিতৰত ঋগ্বেদেই প্ৰাচীনতম বুলি ঘোষিত হৈছে। এই বিশ্ব-প্ৰপঞ্চৰ মূল কাৰণ যে এক—এই মহান সত্যৰ ঘোষণা ঋগ্বেদত পোৱা যায় ঃ 'একং সৎ।' (১।১৬৪।৪৬)

নিৰ্গুণ নিৰাকাৰ এই এক বস্তুক ব্ৰহ্ম আখ্যা দি প্ৰণৱ 'ওম্' আৱিষ্কাৰ কৰিছে শ্ৰুতিয়ে—

সৰ্ব্বেৱেদা যৎপদমামনন্তি তপাংসি সৰ্ব্বাণি চ যদ্বদন্তি।
যদিচ্ছন্তো ব্ৰহ্মাচৰ্য্যং চৰন্তি তত্তেপদং সংগ্ৰহেণ ব্ৰৱীম্যোমিত্যেতৎ।।
(কঠো. ১।২।১৫)

**অৰ্থ ঃ** (জিজ্ঞাসু নচিকেতাৰ প্ৰতি ধৰ্মৰাজ যমৰ উক্তি) ঃ সমস্তবেদে যি পদৰ (গমনীয় স্থানৰ) বৰ্ণনা দিছে, সমস্ত তপস্যা যি পদ প্ৰাপ্তিৰ সাধন, যি পদৰ ইচ্ছা কৰি (মুমুক্ষুসকলে) ব্ৰহ্মচৰ্য্য পালন কৰে, সেই পদৰ বিষয়ে মই তোমাক সংক্ষেপতে কওঁ—'ওম্'। ব্ৰহ্মই প্ৰণৱ 'ওম্'। মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱে তেৰাৰ বাঙ্ময়ী মূৰ্তি 'কীৰ্ত্তন'ৰ আৰম্ভণতে সনাতন ব্ৰহ্মৰ উল্লেখ কৰি সমগ্ৰ মানৱ কুলৰে দৃষ্টি আকৰ্ষণ কৰিছে একমাত্ৰ নমস্য ব্ৰহ্মৰ প্ৰতি।

নিৰ্গুণ-নিৰাকাৰ ব্ৰহ্ম সহজে উপলব্ধ নহয়; গতিকে ব্ৰহ্মৰ দ্বিতীয় স্তৰ সগুণ নিৰাকাৰ,—কাৰ্য্য দেখি কাৰণ জিজ্ঞাসা; কাৰ্য্যৰূপ বিশ্বৰ উপাদান কাৰণ আৰু নৈমিত্তিক কাৰণ ঈশ্বৰ; ব্ৰহ্ম জিজ্ঞাসাৰ এই পন্থাও সহজসাধ্য নহয়। এই বিষয়ে ব্ৰহ্মৰ তৃতীয় স্তৰ—সগুণ সাকাৰ অৱতাৰী কৃষ্ণই ব্যক্ত কৰিছে ঃ



ক্লেশো'ধিকতৰস্তেষামব্যক্তাসক্তচেতসাম্।
অব্যক্তহি গতিৰ্দুঃখং দেহৱদ্ভিৰৱাপ্যতে।। (গীতা ১২।৫)

অৰ্থাৎ, সচ্চিদানন্দঘন নিৰাকাৰব্ৰহ্মত আসক্তচিত্ত পুৰুষৰ সাধন মাৰ্গত অধিক ক্লেশ হয়; দেহাভিমানী লোকসকলৰ অব্যক্ত বিষয়ত গতি দুঃখপূৰ্বকহে প্ৰাপ্ত হয়।

সেই গতিকে 'কৃষ্ণস্তু ভগৱান্ স্বয়ম্' (শ্ৰীমদ্ভাগ. ১/৩/২৮); সেই কৃষ্ণৰূপী ব্ৰহ্মই অব্যক্তাসক্ত চিত্তৰ লোকসকলক সাৱধান বাণী শুনাইছে। সেই কাৰণে, ত্ৰিতাপক্লিষ্ট অল্পবুদ্ধি লোকসকলৰ সগুণ-সাকাৰ অৱতাৰসমূহৰ বিশেষকৈ কৃষ্ণৰ বাহিৰে গতি নাই।

বস্তুতঃ দয়ালু কাৰণে জীৱসমূহৰ কল্যাণ—ঐহিক-পাৰত্ৰিক সাধনৰ কাৰণে বেলেগ বেলেগ সময়ত ভিন্ন ভিন্ন ৰূপ আৰু নামত ব্ৰহ্মই অৱতাৰ গ্ৰহণ কৰে। ভগৱানৰ নাম সহজে সকলোৱে উচ্চাৰণ কৰিব পাৰে। নামে ৰূপক প্ৰকাশ কৰে, সেই কাৰণে নাম স্বতন্ত্ৰ আৰু ৰূপ পৰতন্ত্ৰ। ভগৱানৰ ৰূপ তেওঁৰ নামৰ অধীন হোৱাৰ কাৰণে সন্ত-ভক্তসকলে নামত শ্ৰেষ্ঠতা আৰোপ কৰিছে। প্ৰত্যেক যুগতে নাম-সাধনাৰ ব্যৱস্থা থাকিলেও কলিযুগত নামৰ বিশেষ মহিমা। ''কেৱলে কীৰ্ত্তনে সংসাৰ তৰি। বন্ধ ছিণ্ডি হোৱে আপুনি হৰি।।'' (কীৰ্ত্তন) অৰ্থাৎ, কলিযুগত একমাত্ৰ নাম কীৰ্ত্তন কৰিয়েই হৰিময় হৈ সংসাৰ তৰণ হয়।

নামৰ গূঢ়-তত্ত্ব, নাম-নামীৰ অভিন্নতা আদি জটিল বিষয়বিলাক পৰিষ্কাৰ হ'বৰ কাৰণে পঞ্চমবেদ মহাভাৰতৰ শান্তি-পৰ্ব্ব আৰু অনুশাসনপৰ্ব্বৰ নাম সম্বন্ধীয় কেইটামান তথ্যৰ আলোচনা কৰা হ'ল।

## (২)

কুৰুক্ষেত্ৰ যুদ্ধৰ অন্তত বিজয়ী ধৰ্ম্মৰাজ যুধিষ্ঠিৰে হস্তিনাপুৰলৈ আহি ভগৱান শ্ৰীকৃষ্ণৰ নিৰ্দেশক্ৰমে ৰাজসিংহাসনত আৰোহণ কৰে আৰু অভিষিক্ত

হৈয়েই এশ নামৰ দ্বাৰা শ্ৰীকৃষ্ণক স্তুতি কৰে। কুৰুক্ষেত্ৰ যুদ্ধত গো-জ্ঞাতিৰ ধ্বংসৰ, বিশেষকৈ জ্যেষ্ঠ সহোদৰ কৰ্ণৰ মৃত্যুৰ কাৰণ তেওঁ নিজে (যুধিষ্ঠিৰে নিজে নিজক) বুলি শোক-সন্তাপত ম্ৰিয়মান হ'ল। নাৰদ, ব্যাস আৰু ভ্ৰাতৃসকলৰ প্ৰবোধ বাক্যয়ো তেওঁক সান্ত্বনা দিব পৰা নাই।

এদিন হঠাৎ ৰাজসভাত শ্ৰীকৃষ্ণক ধ্যানমগ্ন অৱস্থাত দেখি উপস্থিত থকা সকলো আচৰিত হ'ল। ধ্যানৰ অন্তত যুধিষ্ঠিৰৰ প্ৰশ্নত শ্ৰীকৃষ্ণই উত্তৰ দিলে যে শৰশয্যাশায়ী পিতামহ ভীষ্মই তেওঁক (শ্ৰীকৃষ্ণক) ধ্যান কৰিছে। ''আমি পিতামহৰ ওচৰলৈ যাব লাগিব'' বুলি সাজু হৈ ওলাবলৈ পাণ্ডৱক আদেশ কৰিলে। কৃষ্ণসহ পাণ্ডৱসকলে শৰশয্যাত পৰি থকা পিতামহৰ কাষ পাই সেৱা জনালে।

ভগৱন্ত কৃষ্ণৰ হস্তস্পৰ্শত শাৰীৰিক-মানসিক সমস্ত ক্লেশৰ পৰা, ক্ষুধা-তৃষ্ণা জ্বালাৰ পৰা মুক্ত হৈ পিতামহে দিব্যজ্ঞানৰ পোহৰ পালে আৰু শ্ৰীকৃষ্ণৰ নিৰ্দেশক্ৰমে মহাৰাজ যুধিষ্ঠিৰে ধৰ্ম্মনীতি, ৰাজনীতি আদি অনেক বিষয়ে প্ৰশ্ন কৰাত পিতামহে অনৰ্গল উত্তৰ দি গ'ল। শ শ প্ৰশ্নৰ উত্তৰৰ শেষত নাম আৰু বিষ্ণুৰ সহস্ৰ নামৰ ঘোষণা কৰা হৈছে। বিষ্ণুৰ সহস্ৰনাম ''শ্ৰীবিষ্ণুসহস্ৰনামস্তোত্ৰম্'' (অনুশাসন ১৪৯ অঃ) নামেৰে জনাজাত। প্ৰশ্নোত্তৰৰ আৰম্ভণিতে বিষ্ণুক নমস্কাৰ জনোৱা হৈছে ঃ

(১) যস্য স্মৰণমাত্ৰেণ জন্মসংসাৰবন্ধনাৎ।
বিমুচ্যতে নমস্তস্মৈ ৱিষ্ণৱে প্ৰভৱিষ্ণৱে।।

অৰ্থাৎ, যাৰ স্মৰণমাত্ৰকে জন্ম-মৃত্যুৰূপ সংসাৰ বন্ধনৰ পৰা মনুষ্য মুক্ত হয়, সকলোৰে উদ্ভৱৰ কাৰণ সেই ভগৱান বিষ্ণুক নমস্কাৰ।

(১) নমঃ সমস্তভূতানামাদি ভূতায় ভূভৃতে।
অনেক ৰূপৰূপায় ৱিষ্ণৱে প্ৰভৱিষ্ণৱে।।

অৰ্থাৎ, সমস্ত প্ৰাণীৰ আদিভূত, পৃথিৱীৰ ধাৰণ কৰোঁতা, অনেক ৰূপধাৰী আৰু সৰ্ব্বসমৰ্থ ভগৱান বিষ্ণুক নমস্কাৰ।



যুধিষ্ঠিৰে কিয় প্ৰশ্ন কৰিব লগা হ'ল জন্মেজয়ৰ আগত মহাভাৰত বক্তা বৈশম্পায়নে কৈছে ঃ

(৩) শ্ৰুত্বা ধৰ্ম্মানশেষেণ পাৱনানি চ সৰ্ব্বশঃ।
যুধিষ্ঠিৰঃ শান্তনৱং পুনৰেৱাভ্যভাষত।। (অনুশাসন- ১৪৯/১)

(ধৰ্ম্মান্-অভ্যুদয়নিঃশ্ৰেয়সোৎপত্তি হেতুভূতান্ চোদনালক্ষণান্, অশেষেণ কাৰ্ৎসেন পাৱনানি পাপক্ষয়কৰাণি ধৰ্ম্মৰহস্যানি সৰ্ব্বশঃ—সৰ্ব্বপ্ৰকাৰৈঃ।)

অৰ্থাৎ, অভ্যুদয় আৰু নিঃশ্ৰেয়ঃ প্ৰাপ্তিৰ হেতভূত সম্পূৰ্ণ বিধিৰূপ ধৰ্ম্ম তথা পৱিত্ৰ, অৰ্থাৎ পাপক্ষয়কাৰী ধৰ্ম্মৰহস্য সকলো প্ৰকাৰে শুনাৰ পিছতো যুধিষ্ঠিৰে চিন্তা কৰিলে যে এই সময়লৈকে এনে কোনো ধৰ্ম্মৰ কথা (পিতামহে) কোৱা নাই— যি ধৰ্ম্ম সকলো পুৰুষাৰ্থৰ সাধক আৰু সুখ-সম্পাদ্য, অৰ্থাৎ অল্প প্ৰয়াসতে সিদ্ধ হোৱাৰ উপৰি মহান ফলদাতা।

এই চিন্তা কৰি পৰমজ্ঞান ভীষ্ম পিতামহক যুধিষ্ঠিৰে প্ৰশ্ন কৰিছে—

(৪) কিমেকং দৈৱতং লোকে কিংৱাপ্যেকং পৰায়ণম্।
স্তৱন্তঃ কং কমৰ্চ্চন্তঃ প্ৰাপ্নুয়ুৰ্মানৱাঃ শুভম্।।২

অৰ্থাৎ, সমস্ত বিদ্যাৰ স্থান প্ৰকাশৰ হেতুভূত লোকত একমাত্ৰ দেৱতা কোন যাৰ আজ্ঞাত সমস্ত প্ৰাণী প্ৰবৃত্ত হয়। এইটো প্ৰথম প্ৰশ্ন। দ্বিতীয় প্ৰশ্ন ঃ এই লোকত একমাত্ৰ পৰ অয়ন বা প্ৰাপ্তব্য স্থান কি— যাক জানিলে আনন্দ স্বৰূপ মোক্ষ লাভ হয়, ভয়ৰ পৰা পৰিত্ৰাণ পায়, য'ত প্ৰৱেশ কৰিলে পুনৰ্জন্ম নহয় আৰু যাক জানিলে ''ব্ৰহ্মৱিদ ব্ৰহ্মৈৱ ভৱতি'' (মু. ৩।২।৯) অৰ্থাৎ, এই শ্ৰুতি অনুসৰি জ্ঞাতা (মনুষ্য) আৰু জ্ঞেয় (উপাস্য) এক হৈ যায়। তৃতীয় প্ৰশ্ন ঃ কোন দেৱতাৰ স্তুতি-গুণ কীৰ্তন কৰিলে আৰু— চতুৰ্থ প্ৰশ্ন ঃ কোন দেৱতাৰ অৰ্চন কৰিলে মনুষ্যৰ কল্যাণ প্ৰাপ্তি হয়?

(৫) কো ধৰ্ম্মঃ সৰ্ব্বধৰ্ম্মণাং ভৱতঃ পৰমোমতঃ।
কিংজপন্মুচ্যতে জন্তুৰ্জন্মসংসাৰবন্ধনাৎ।।

অৰ্থাৎ, সকলো ধৰ্ম্মৰ মধ্যত, ওপৰত কৈ অহা লক্ষণযুক্ত কোনধৰ্ম্মক

আপুনি শ্ৰেষ্ঠ বুলি মানে— এইটো পঞ্চম প্ৰশ্ন। ষষ্ঠ প্ৰশ্ন ঃ কি জপ কৰিলে সংসাৰ বন্ধনৰ পৰা মুক্ত হ'ব পাৰি?

এই ছটা প্ৰশ্ন। মৰণৰ দুৱাৰ দলিত স্থিত পৰীক্ষিত মহাৰাজায়ো শ্ৰীমদ্ভাগৱতত ছটা প্ৰশ্ন কৰিছিল— ব্ৰহ্মজ্ঞানী, পৰম কাৰুণিক শুকদেৱক— মৃত্যুমুখীলোকৰ কি কৰ্তব্য, কি অকৰ্ত্য, কোন ভজনীয়, কি শ্ৰৱণ কৰিব, কি জপিব আৰু কি চিন্তা কৰিব। এই প্ৰশ্ন কেইটাৰ উত্তৰেই শ্ৰীমদ্ভাগৱত মহাপুৰাণম্, সংক্ষেপতে ভাগৱত, যি শাস্ত্ৰত স্বয়ং ভগৱান শ্ৰীকৃষ্ণৰ গুণ-লীলা, অপূৰ্ব কৰ্ম্মৰাজিৰ ব্যাখ্যা দি 'নৈস্কৰ্ম্যমাৱিস্কৃতম্', অৰ্থাৎ কৰ্মত্যাগৰ ঘোষণা দিয়া হৈছে।

ধৰ্ম্মৰাজ যুধিষ্ঠিৰৰো ওপৰত উল্লেখ কৰি অহা ষট্ প্ৰশ্নৰ উত্তৰ পৰমজ্ঞানী ভীষ্ম পিতামহে দিছে ঃ

(৬) জগৎ প্ৰভুং দেৱদেৱমনন্তং পুৰুষোত্তমম্।
স্তুৱন্নামসহস্ৰেণ পুৰুষ সততোত্থিতঃ।।৪

ব্যাখ্যা— স্থাৱৰ জংগমৰূপ যি সংসাৰ, এই সংসাৰৰ স্বামী বা প্ৰভু, দেৱদেৱ অৰ্থাৎ— ব্ৰহ্মাদি দেৱতাৰো দেৱ, অনন্ত অৰ্থাৎ দেশ, কাল আৰু বস্তুৰ দ্বাৰা অপৰিচ্ছন্ন, কাৰ্য-কাৰণ-ৰূপ ক্ষৰ আৰু অক্ষৰতকৈয়ো শ্ৰেষ্ঠ পুৰুষোত্তমক তেওঁৰ সহস্ৰনামৰ দ্বাৰা নিৰন্তৰ তৎপৰতাৰে স্তৱন-গুণনাম কীৰ্তন কৰিলে সকলো দুঃখ-তাপৰপৰা লোকমাত্ৰেই উদ্ধাৰ হয়। আমাৰ প্ৰয়োজনীয় (৫) শ্লোকৰ পঞ্চম প্ৰশ্ন ঃ কোন ধৰ্ম্ম শ্ৰেষ্ঠ— ইয়াৰ উত্তৰ পিতামহে ধৰ্ম্মৰাজক দিছে ঃ

(৭) এষ মে সৰ্ব্বধৰ্ম্মাণাং ধৰ্ম্মোঽধিকতমো মতঃ।
যদ্ভক্ত্যা পুণ্ডৰীকাক্ষং স্তৱৈৰৰ্চেন্নৰঃ সদা।।৮

ব্যাখ্যা ঃ (মহাভাৰতৰ অনুশাসন-পৰ্বৰ ১৪৯ অধ্যায়ৰ অন্তৰ্গত 'শ্ৰীৱিষ্ণুসহস্ৰনামস্তোত্ৰম্'ৰ শ্ৰীমচ্ছঙ্কৰচাৰ্য্যৰ টীকা অনুসৰি)

[ পুণ্ডৰীকাক্ষ্য হৃদয় পুণ্ডৰীকে প্ৰকাশমানং বাসুদেৱম্। অস্য স্তুতি



লক্ষণস্যাৰ্চনস্যাধিক্যে কিংকাৰণম্? হিংসাদি পুৰুষান্তৰ দ্ৰব্যান্তৰ দেশকালাদি নিয়মানপেক্ষত্বমাধিক্যে কাৰণম্ ]— হৃদয় কমলত প্ৰকাশমান বাসুদেৱক গুণনাম কীৰ্তনৰ দ্বাৰা অৰ্চনা অন্যান্য ধৰ্মতকৈ কিয় শ্ৰেষ্ঠ? কাৰণ এই ধৰ্ম্মত হিংসাদি পাপ কৰ্মৰ প্ৰয়োজন নাই, অন্য ব্যক্তিৰ (পুৰোহিত আদিৰ) প্ৰয়োজন নাই, অন্য দ্ৰব্যৰ (পুষ্প-পত্ৰ-ঘৃতাদিৰ) প্ৰয়োজন নাই, আনকি দেশ, কাল আদিৰ (মুক্ত ক্ষেত্ৰ, নদী তীৰ আদিৰ দেশৰাস্থান, শ্ৰীপঞ্চমী, বিজয়া দশমী আদি কাল বা তিথিৰ) অনাৱশ্যকতাৰ কাৰণ ও এই নামধৰ্ম্মৰ শ্ৰেষ্ঠতাৰ কাৰণ।

'স্তু' ধাতুৰ পৰা উদ্ভৱ হোৱা পঞ্চনাম— স্তৱপ্ৰিয়, স্তৱ্য, স্তুতি, স্তোতা আৰু স্তোত্ৰ— বিষ্ণুৰ সহস্ৰনামৰ অন্তৰ্গত। ''স ৰৈঃ স্তূয়তেন স্তোতা কস্যচিদিতি স্তৱ্যঃ'' (শাঙ্কৰী) অৰ্থাৎ, বিষ্ণুক সকলোৱে স্তুতি কৰে। বিষ্ণুৱে কিন্তু কাকো স্তুতি নকৰে— সেই কাৰণে তেওঁ স্তৱ্য; তেওঁ স্তৱপ্ৰিয় এই কাৰণেই যে— শ্ৰীশ্ৰীমাধৱদেৱৰ ভাষাত ''মোক পূজি ইয়ো পূজ্য হোক আতিশয়'' (ভক্তি-ৰত্নাৱলী)। ''যেন স্তূয়তে তৎ স্তোত্ৰম্, গুণসঙ্কীৰ্ত্তনাত্মকং তদ্ধৰিৰেৱ'' (শাঙ্কৰী) অৰ্থাৎ, যি বাণীৰ দ্বাৰা স্তুতি কৰা যায় সেয়ে স্তোত্ৰ আৰু গুণ সঙ্কীৰ্ত্তনাত্মক মাত্ৰ স্বয়ং হৰিস্বৰূপ। সেই কাৰণেই শ্ৰীমন্ত শঙ্কৰদেৱৰ দ্বাৰা প্ৰৱৰ্ত্তিত নামধৰ্ম্মত স্তৱ্য আৰু স্তৱপ্ৰিয় শ্ৰীকৃষ্ণই দেৱ, স্তুতি আৰু স্তোত্ৰ হ'ল নাম আৰু গুণসঙ্কীৰ্ত্তনাত্মক স্তোতাই ভকত। জাতি-বৰ্ণ সম্প্ৰদায় নিৰ্ব্বিশেষে, পুৰুষ-স্ত্ৰী নিৰ্ব্বিশেষে আৰু কাল-স্থান নিৰ্ব্বিশেষে স্বতন্ত্ৰভাৱে আচৰণ কৰিবপৰা ধৰ্ম্মৰো শ্ৰেষ্ঠতম ধৰ্ম্মভাগক সমগ্ৰ শাস্ত্ৰ মন্থন কৰি শ্ৰীমন্ত শঙ্কৰদেৱে জগতৰ কাৰণে মুক্ত কৰি দিলে কাৰণে তেওঁ গুৰু।

এই নাম-ধৰ্ম্মৰ মূল ভগৱান শ্ৰীকৃষ্ণ ঃ ''কৃষ্ণ সূৰ্য্য ভৈলন্ত উদিত। নাম-ধৰ্ম্ম কৰিলা বিদিত।'' (কীৰ্ত্তন) ভগৱন্ত কৃষ্ণ যিদৰে কাল-স্থান-পাত্ৰৰ অতীত জগতৰ গুৰু, শ্ৰীশঙ্কৰ-শ্ৰীমাধৱো-দুয়ো একাত্মক, কাল-স্থান পাত্ৰৰ অতীত জগতৰে কল্যাণ সাধনকাৰী জগতৰ গুৰু।

এই নাম-ধৰ্ম্মৰ জৰিয়তে ভগৱান কৃষ্ণৰ চৰণত 'অহং মম' সমস্ত অৰ্পণ কৰি জনগণে কিদৰে ঈশ্বৰত্ব লাভ কৰি কৃতকৃত্য হ'ব পাৰি তাৰ উপায় দিছে

'কীৰ্ত্তন' আৰু 'ঘোষা' নামৰ শাস্ত্ৰ দুভাগে। আন একো নেলেখি যদি একমাত্ৰ 'কীৰ্ত্তন'খনকে দিলেহেঁতেন বা আন একো নেলেখি একমাত্ৰ 'ঘোষা'খনকে থৈ গ'লহেঁতেন তেতিয়াও মহাপুৰুষ দুজনা চিৰস্মৰণীয় হ'লহেঁতেন। এই অমূল্য গ্ৰন্থ দুখনৰ বাহিৰেও বহুত বস্তু জনগণক মহাপুৰুষ দুজনাই দি থৈ গৈছে।

অসমৰ দুজন কৃতী সন্তান— (১) ডঃ বাণীকান্ত কাকতীদেৱৰ মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ প্ৰতি অৰ্পণ কৰা পুষ্পাঞ্জলি আৰু (২) স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱাদেৱৰ নাম-ঘোষা বা ঘোষা-শাস্ত্ৰৰ প্ৰতি জনোৱা পুষ্পাঞ্জলিৰ উদ্ধৃতি দিয়া হ'ল ঃ

১। ''যিদিনাখন শঙ্কৰদেৱে মহাভাগৱতৰ ভাষা ভাঙনি আৰম্ভ আৰু তেওঁৰ লগত অসমৰ ভৱিষ্যত শুভানুধ্যায়ীসকলে যোগ দিয়ে, সিদিনা ৰাষ্ট্ৰীয় বিপ্লৱৰ দ্বাৰা ক্ষুণ্ণ-গৌৰৱ অসমত এক নৱজীৱন প্ৰৱাহৰ সূত্ৰপাত হয়। পৰশু কুঠাৰৰ দ্বাৰা উদ্‌ঘাটিত শিলাখণ্ডৰ মাজত লুকাই থকা পুণ্য সলিল লৌহিত্যৰ দৰে দুৰ্বোধ্য সংস্কৃত ভাষাত লুকাই থকা 'প্ৰেম অমৃতৰ নদী'য়ে লোক সমাজক প্লাৱিত কৰিব ধৰিলে।''

*(ডঃ বাণীকান্ত কাকতী— 'পুৰণি অসমীয়া সাহিত্য'— 'চেতনা' ১৯৪২, ২য় বছৰ ২য় সংখ্যা।)*

২। ''মোক মানুহে গণ্ডপমৰা বুলিব পাৰে; এচকুৰা বুলিব পাৰে; বোলক, তাত মোৰ দুখ নাই। কিন্তু মোৰ মুখত কোনেও সোপা দিব নোৱাৰে,— যদি মই গল মেলি কওঁ যে ভাৰতত‍হে নালাগে পৃথিৱীৰ কোনো সুসভ্য দেশত এনে এখন Scripture বা শাস্ত্ৰ আজিও ওলোৱা নাই, যাক আমাৰ এই ঘোষা শাস্ত্ৰখনেৰে সৈতে একেশাৰীতে ঠগিত থ'ব পাৰি। ই ঈশ্বৰৰ চৰণত কায়-বাক্য-মনেৰে নিজক সপি দি ঈশ্বৰত নিমগন হৈ যোৱা ভকতৰ হৃদয়-তলিৰ পৰা ওলোৱা কাৰণ্য স্তুতিৰ উহ। অকল সিয়েই নহয়, সেই আৱাঙ্‌ মনসগোচৰ অথচ সচ্চিদানন্দময়ৰ আনন্দানুভৱ মূৰ্ত্তিৰ অভয় চৰণত



ভকতৰ অন্তৰৰ পৰা আপোনাআপুনি উথলি পৰা পৰমানন্দ তৰঙ্গ-প্ৰৱাহৰ পুষ্পাঞ্জলি।''

*('ঘোষা শাস্ত্ৰ' সম্পৰ্কে স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা)*

'কীৰ্ত্তন' আৰু 'ঘোষা'ৰ জৰিয়তে ভগৱন্ত শ্ৰীকৃষ্ণই বিদিত কৰা আৰু শ্ৰীমন্ত শঙ্কৰদেৱ-মাধৱদেৱে বিতৰণ কৰা 'নাম-ধৰ্ম্ম'ৰ পৱিত্ৰ জলত অৱগাহন কৰি মনুষ্যমাত্ৰই ভক্তিমাতৃৰ কোলাত আশ্ৰয় লওঁহঁক।

তাৰিখ—
২-১০--৯০

দাসৰো দাস তান দাস,
**শ্ৰীসোণাৰাম চুতীয়া**

# সূচী

**পদ।। ঘোষা।।**

# সম্পাদনা কৰ্মৰ চমু ইতিবৃত্ত

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ বিৰচিত 'কীৰ্ত্তন-ঘোষা' আৰু তেৰাৰ অভেদাত্মা তথা উত্তৰাধিকাৰী মহাপুৰুষ শ্ৰীশ্ৰীমাধৱদেৱ বিৰচিত 'নাম-ঘোষা' বিশ্বসাহিত্যৰ দুখনি অতীৱ মহিমামণ্ডিত, কাব্যৰসোত্তীৰ্ণ মহান ভক্তি-শাস্ত্ৰ। মূলতঃ পৰম গুৰু শ্ৰীমন্ত শঙ্কৰদেৱ প্ৰৱৰ্ত্তিত 'এক শৰণ হৰিনাম ধৰ্ম্ম'ৰ শ্ৰৱণ-কীৰ্ত্তন, পাঠ-প্ৰসঙ্গাদিৰ আধাৰ গ্ৰন্থ হিচাপে ৰচিত হ'লেও মহাপুৰুষ দুজনাৰ ঐশ্বৰিক প্ৰতিভাৰ সামগ্ৰিক প্ৰভাৱত গ্ৰন্থ দুখনি ঐহিক আৰু পাৰত্ৰিক জীৱনৰ প্ৰশস্ত পথ নিৰ্ণায়ক হিচাপে বিশ্বমানৱৰ হৃদয়ৰ বস্তু হৈ পৰে। মাতৃ যশোদাই পৰম সাধনাৰ ধন পুত্ৰৰূপী পৰম ঈশ্বৰ কৃষ্ণৰ মুখৰ ভিতৰতে জীৱ-জগৎ, আত্মা-পৰমাত্মা সমস্তকে দেখা পোৱাৰ নিচিনাকৈ এই ভক্তি-শাস্ত্ৰ দুখনিৰ গৰ্ভতে মানৱে পৰমাৰ্থ-তত্ত্বৰ পৰম সন্ধান পাব পাৰে। দেৱাসুৰে সমুদ্ৰ মন্থন কৰি অমৃতৰ সন্ধান পাইছিল। মহাপুৰুষ দুজনায়ো সমগ্ৰ শাস্ত্ৰ-সাগৰ মথি 'কীৰ্ত্তন-ঘোষা' আৰু 'নাম-ঘোষা'ক নামামৃত ৰূপে, মানৱৰ ত্ৰাণৰ মহৌষধ ৰূপে জগতক দি গৈছে ঃ

ৰামনাম ধৰ্ম্মতে উত্তম হৰি হৰি।
ৰামনাম পাতকৰ যম ৰাম ৰাম।।৯৫৮
ৰামনাম ধৰ্ম্ম শিৰোমণি হৰি হৰি।
ৰামনাম পাপৰ অগনি ৰাম ৰাম।।৯৫৯
ৰামনাম মৃত্যু সঞ্জীৱনী হৰি হৰি।
ৰামনাম ঘুষিয়োক ছানি ৰাম ৰাম।।—৯৬০, নাম-ঘোষা

মহাপুৰুষ দুজনাৰ স্বহস্তলিপিৰে সাঁচিপতীয়া পুথি এতিয়াও উদ্ধাৰ হোৱা নাই। 'যথা দৃষ্টং তথা লিখিতং' আৰ্হিৰে সাঁচিপতীয়া পুথি অ'ত ত'ত সত্ৰত নতুবা সজ্জনৰ গৃহত সিঁচৰতি হৈ থকা এতিয়াও পোৱা যায়। ছপাযন্ত্ৰৰ ব্যৱহাৰৰ ফলস্বৰূপে সৰ্ব্বপ্ৰথম ধৰ্ম্মপ্ৰাণ পুৰুষ হৰিবিলাস আগৰৱালাদেৱৰ



প্ৰযত্নত ১৮৭৬ খ্ৰীষ্টাব্দত পুথি দুখনি একত্ৰে ছপা গ্ৰন্থকাৰে সৰ্ব্বসাধাৰণ ধৰ্ম্মপ্ৰাণ ৰাইজৰ হাতত পৰে। ইয়াৰ পিছতে অসমৰ ভালেকেইটি অনুষ্ঠান-প্ৰতিষ্ঠানে ধৰ্ম্মপ্ৰাণ তথা পণ্ডিত ব্যক্তিৰ সম্পাদনাত শাস্ত্ৰ দুভাগিৰ কেইবাটাও সংস্কৰণ ছপাকাৰে সুধী সমাজলৈ আগবঢ়ায়। গুৱাহাটী বিশ্ববিদ্যালয় আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ অসমীয়া পাঠ্যক্ৰমত 'কীৰ্ত্তন-ঘোষা' আৰু 'নাম-ঘোষা'ই বিশেষ স্থান পোৱাত শাস্ত্ৰ দুভাগিয়ে ৰসজ্ঞ পাঠক-শ্ৰোতাৰ উপৰি শিক্ষক মণ্ডলী আৰু ছাত্ৰ-ছাত্ৰীসকলৰ হৃদয় জয় কৰি বিশেষ দৃষ্টি আকৰ্ষণ কৰে। নামঘৰৰ মণিকূটৰ চাৰিবেৰৰ মাজৰপৰা ওলাই আহি শাস্ত্ৰ দুভাগি যেতিয়া ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী আৰু গৱেষক-সমালোচক সকলৰ হাতত পৰিল, প্ৰকাশিত বিভিন্ন সংস্কৰণৰ পাঠান্তৰসমূহৰ বিষয়ে চিন্তা-চৰ্চ্চা অনিবাৰ্য্য হৈ উঠিল। নামধৰ্মৰ অনুষ্ঠানত যেতিয়া শিক্ষিত লোকসকল ভকতৰ শাৰীত বহিল, শাস্ত্ৰবোৰৰ পাঠসমূহৰ শুদ্ধাশুদ্ধ বিচাৰৰ অৰ্থে ভাগৱতপুৰাণ প্ৰমুখ্যে সংশ্লিষ্ট সংস্কৃত শাস্ত্ৰসমূহৰ ভিত্তিত পাঠৰ ওপৰত বিচাৰ বিশ্লেষণ আৰম্ভ হ'ল। বৈজ্ঞানিক পদ্ধতিৰে তুলনামূলক অধ্যয়নৰ সহায়ত 'কীৰ্ত্তন-ঘোষা' আৰু 'নাম-ঘোষা'ৰ শুদ্ধ পাঠ উদ্ধাৰৰ বাবে সামগ্ৰিকভাৱে এক জনমত গঢ় লৈ উঠিল। ধৰ্ম্ম আৰু সাহিত্য উভয় দিশৰ পৰা ই এক অতীৱ তাৎপৰ্য্যপূৰ্ণ প্ৰয়াস। শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘয়ো নিজাববীয়াকৈ এনে এটি পৰিশোধিত সংস্কৰণ প্ৰকাশৰ প্ৰক্ৰিয়া আৰম্ভ কৰিলে—ভালে কেইবছৰৰ আগতে।

সেই আঁচনি অনুসৰিয়েই সঙ্ঘৰ প্ৰাক্তন পদাধিকাৰ শ্ৰদ্ধেয় শ্ৰীঋষেশ্বৰ দলৈদেৱে সঙ্ঘৰ দ্বাৰা প্ৰকাশৰ বাবে 'কীৰ্ত্তন-ঘোষা'ৰ এটি পাঠ যুগুতাইছিল। কিন্তু সেই পাঠটি ছপাকাৰত নোলাল। শেহান্তৰত সঙ্ঘৰ পৰিকল্পনাক বাস্তৱায়িত কৰিবৰ বাবে সঙ্ঘৰ সাহিত্য শাখাৰ অঙ্গ গৱেষণা পৰিষদৰ তিনিগৰাকী (পাছত পাঁচ গৰাকীলৈ বৃদ্ধি কৰা হয়) গৱেষকৰ ওপৰত 'কীৰ্ত্তন-ঘোষা' আৰু 'নাম-ঘোষা'ৰ এটি সংশোধিত সংস্কৰণ যুগুতোৱাৰ দায়িত্ব ন্যস্ত কৰে। বৰ্তমান সংস্কৰণটি এনে প্ৰয়াসৰে পৰিণতি।

বৰ্তমানৰ সংস্কৰণটিৰ পাঠ যুগুত কৰোঁতে শ্ৰীযুত ঋষেশ্বৰ দলৈদেৱে আগতে যুগুতাই থোৱা 'কীৰ্ত্তন-ঘোষা'ৰ পাঠৰ (পাণ্ডুলিপি) ওপৰত ভৰ দি বিশদ আলোচনাৰ মাজেৰে সংযোজন-বিয়োজন কৰি সংশোধন কৰা হৈছে। তাকে কৰোঁতে ইতিমধ্যে প্ৰকাশিত ছপাপুথিসমূহৰ পাঠৰ লগত বিস্তৃতভাৱে তুলনাত্মক আলোচনা কৰা হৈছে। অমিলবোৰৰ ক্ষেত্ৰত থাওকতে পোৱা সাঁচিপতীয়া পুথিৰ লগতো মিলাই চোৱা হৈছে। তদুপৰি, বিষয়বস্তুৰ সন্দৰ্ভত আৱশ্যকমতে সংশ্লিষ্ট আধাৰ শাস্ত্ৰবোৰতো প্ৰসঙ্গ বিচাৰ কৰি চাই প্ৰসঙ্গ আৰু অৰ্থৰ লগত সঙ্গতি ৰাখি উচিত বিৱেচনা কৰা পাঠহে গ্ৰহণ কৰা হৈছে আৰু আৱশ্যকীয় ক্ষেত্ৰত পাঠান্তৰ নিৰ্দেশ কৰা হৈছে। 'নাম-ঘোষা'ৰ পাঠৰ ক্ষেত্ৰতো একে কথাই খাটে। মূল পাঠৰ ক্ষেত্ৰত সঙ্ঘৰ মাধৱদেৱ ৰচনাৱলী প্ৰকাশন আঁচনিৰ সন্দৰ্ভত ডঃ পূৰ্ণানন্দ শইকীয়াদেৱে বৰপেটা আৰু সুন্দৰীদিয়া সত্ৰৰ পুথিৰ আধাৰত যুগুতোৱা 'নাম-ঘোষা'ৰ পাণ্ডুলিপিত গুৰুত্ব দিয়া হৈছে। 'নাম-ঘোষা'ৰ সংশ্লিষ্ট সংস্কৃত শ্লোকবোৰৰ ক্ষেত্ৰত ডঃ মহেশ্বৰ নেওগদেৱ সম্পাদিত 'কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা' পুথিৰ আশ্ৰয় লোৱা হৈছে আৰু আৱশ্যকবোধে ইবোৰ সংশোধন কৰা হৈছে। কিন্তু যিবোৰ শ্লোকৰ পাঠ মিলাবৰ বাবে সংশ্লিষ্ট আধাৰ গ্ৰন্থবোৰ আমি বিচাৰি পোৱা নাই, সেইবোৰৰ ক্ষেত্ৰত ডঃ নেওগদেৱৰ সম্পাদিত পুথিৰ ওপৰতে নিৰ্ভৰ কৰা হৈছে। চমু কথাত বৰ্তমান সংস্কৰণটি যুগুত কৰোঁতে পাঠ সংশোধনৰ ক্ষেত্ৰত সকলো সম্ভাৱনীয় উপায় অৱলম্বন কৰা হৈছে। কিন্তু এই কথা অনস্বীকাৰ্য্য যে মহাপুৰুষ দুজনাৰ স্বহস্তলিপিৰে উক্ত শাস্ত্ৰ দুভাগিৰ পাঠ উদ্ধাৰ নোহোৱালৈকে বৰ্তমান পাঠটি সৰ্বজন সন্মত হ'ব বুলি কোৱা টান।

সংস্কৰণটি যুগুত কৰোঁতে কেইটিমান নিৰ্দ্দেশনা মানি চলা হৈছে ঃ (১) আখৰ জোঁটনি পুৰণি আৰ্হিত ৰখা; (২) পাঠ সাঁচিপতীয়া পুথিৰ ঠাঁচত যুগুত কৰা; (৩) আধুনিক কালত ব্যৱহৃত যতি চিহ্নবোৰ (, ; ? ! -) পৰিহাৰ কৰা (অত্যন্ত এৰাব নোৱাৰ ক্ষেত্ৰত (-) চিন মাজে মাজে ব্যৱহাৰ কৰা হৈছে মাথোন); (৪) নিৰ্দেশিকাত প্ৰাচীন আৰু আচহুৱা শব্দৰ অৰ্থ সংযোজন; (৫) ঘোষা-সূচী সংযোজন কৰা। সঙ্ঘৰ কৰ্মকৰ্তা আৰু ভকতসকলৰ ইচ্ছানুযায়ী



পাঠকৰ সুবিধাৰ বাবে ছপাত আপেক্ষিক ডাঙৰ হৰফ্ ব্যৱহাৰ কৰা হৈছে।

ইতিমধ্যে প্ৰকাশিত আৰু প্ৰচলিত 'কীৰ্ত্তন-ঘোষা আৰু নাম-ঘোষা'ৰ সঙ্কলনবোৰত শ্ৰীমন্ত শঙ্কৰদেৱৰ স্বৰচিত খণ্ডবোৰৰ উপৰি (১) ৰুক্মিণীৰ প্ৰেম-কলহ, (২) ভৃগু-পৰীক্ষা, (৩) ঘুনুচা-কীৰ্ত্তন, (৪) ধ্যান-বৰ্ণনৰ 'তৃতীয় কীৰ্ত্তন' আৰু (৫) সহস্ৰনাম বৃত্তান্ত—এই পাঁচটি খণ্ড সন্নিবিষ্ট কৰা হৈছে। ইয়াৰ কোনোটো শ্ৰীমন্ত শঙ্কৰদেৱৰ (ভৃগু পৰীক্ষা আৰু ৰুক্মিণীৰ প্ৰেম কলহ) আৰু কোনোটো শ্ৰীশ্ৰীমাধৱদেৱৰ (ধ্যান বৰ্ণনৰ তৃতীয় কীৰ্ত্তন) ৰচনা বুলি দাবী কৰা হয়। কিন্তু উক্ত দাবীবোৰৰ সাৰ্থকতা এতিয়াও প্ৰতিপন্ন হোৱা নাই। আনহাতে শ্ৰীধৰ কন্দলি বিৰচিত 'ঘুনুচা-কীৰ্ত্তন' 'কীৰ্ত্তন-ঘোষা'ৰ আন খণ্ডকেইটিৰ সৌষ্ঠৱৰ লগত খাপ নাখায় আৰু 'কীৰ্ত্তনৰ প্ৰধান লক্ষণেৰে সি বিবৰ্জিত' বুলি অভিযোগ কৰা হয়। তদুপৰি ইবিলাকৰ ৰচনাকালো সন্দেহাতীত নহয়। এইবোৰ কাৰণতে আৰু বিশেষকৈ কেৱল গুৰুজনাৰ ৰচনাকহে সামৰিবলৈ থিৰ কৰাত বাকী খণ্ডবোৰ ইয়াত সন্নিৱিষ্ট কৰা নহ'ল। কিন্তু বিষয়-বস্তু তথা ৰচনাৰ সৌষ্ঠৱ—এই দুয়ো দিশৰ পৰাই 'সহস্ৰ-নাম বৃত্তান্ত' খণ্ডটি বৰ উপাদেয় আৰু ই নাম মাহাত্ম্যসূচকো। গতিকে গুৰুজনাৰ স্বহস্ত ৰচিত নহ'লেও, গুণভিত্তিত প্ৰায় সকলো সাঁচিপতীয়া পুথিতে এই খণ্ডটি সন্নিবিষ্ট হৈ আহিছে, আৰু সেয়ে আমাৰ সঙ্কলনতো ওপৰঞ্চি ভাগত 'উৰেষা-বৰ্ণন'ৰ লগতে ঠাই দিয়া হৈছে। 'উৰেষা-বৰ্ণন'ত ভক্তিবিৰোধী কিছু বৰ্ণনামূলক কথা থকা বুলি কোনোৱে আপত্তি কৰালৈ চাই, বৰ্তমান সঙ্কলনত ওপৰঞ্চি ভাগতহে সামৰা হ'ল।

পুথিভাগি সৰ্বাৰে আকৰ্ষণীয়কৈ ছপা কৰি উলিয়াবৰ বাবে যত্নৰ ত্ৰুটি কৰা হোৱা নাছিল। সঙ্ঘৰ ভকতসকলে বিচৰামতে ১৯৯০ খ্ৰীষ্টাব্দৰ ডিচেম্বৰ মাহৰ ভিতৰতে বৰ্তমানৰ পৰিশোধিত সংস্কৰণটি মনোগ্ৰাহীকৈ ছপা কৰি উলিয়াবৰ বাবে যত্ন কৰা হৈছিল। যথা সময়ত সংশোধিত পাঠ যুগুত হৈ উঠিছিল। কিন্তু যোৱা বছৰ মে-জুন মাহত ছপাৰ আৱশ্যকীয় সামগ্ৰী, বিশেষকৈ কাগজৰ নাটনি হোৱাত ছপা কাম বাধাগ্ৰস্ত হয়। একেই কাৰণতে এতিয়াতকৈ উন্নত মানৰ কাগজো গ্ৰন্থখনিত ব্যৱহাৰ কৰিব পৰা নহ'ল।

কাৰিকৰী বিজুটি আৰু বিশেষকৈ চাৰি/পাঁচ মাহৰ ভিতৰতে এনে এখন বিশাল গ্ৰন্থ ছপা কৰি উলিয়াব লগা হোৱাত অশেষ চেষ্টা কৰা সত্বেও গ্ৰন্থভাগি আশাকৰামতে সম্পূৰ্ণ নিৰ্ভুলকৈ ছপা কৰি উলিয়াব পৰা নগ'ল। তাৰ বাবে আমি অত্যন্ত দুঃখিত। অৱশ্যে পঢ়ুৱৈ সমাজৰ সুবিধাৰ বাবে এখনি শুদ্ধিপত্ৰ সংযোজন কৰা হৈছে।

সাহিত্য গৱেষণা পৰিষদৰ অনুৰোধমতে বৈষ্ণৱ পণ্ডিত শ্ৰীসোণাৰাম চুতীয়াদেৱে 'আগকথা' হিচাপে নামধৰ্ম বিষয়ক এটি মূল্যবান প্ৰবন্ধ লিখি গ্ৰন্থভাগিৰ সৌষ্ঠৱ বঢ়াইছে। তেখেতৰ ওচৰতো আমি কৃতজ্ঞ।

বৰ্তমান সংস্কৰণটি যুগুত কৰোঁতে আমি বিভিন্নজনৰ পৰা পৰোক্ষ বা প্ৰত্যেক্ষ সহায় লাভ কৰিছোঁহঁক। বিশেষকৈ শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ প্ৰাক্তন পদাধিকাৰ শ্ৰদ্ধেয় শ্ৰীঋষেশ্বৰ দলৈদেৱ আৰু সঙ্ঘৰ একান্ত সেৱক ডঃ পূৰ্ণানন্দ শইকীয়াদেৱৰ, যথাক্ৰমে 'কীৰ্ত্তন-ঘোষা' আৰু 'নাম-ঘোষা'ৰ ছপাপুথিসমূহো আমাৰ পথ প্ৰদৰ্শক হৈছে। সেয়ে আমাৰ পূৰ্বসুৰী মান্য সম্পাদকসকল তথা প্ৰকাশক-প্ৰতিষ্ঠানসমূহৰ ওচৰতো আমি পৰম কৃতজ্ঞ! এৰাসকল সদৌটিলৈকে আমাৰ আন্তৰিক শলাগ যাচিছোঁ।

শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ সাহিত্য গৱেষণা পৰিষদৰ সভাপতি শ্ৰীকৰুণাকান্ত কলিতা আৰু সম্পাদক যথাক্ৰমে প্ৰয়াত নবীন চন্দ্ৰ ভূঞা (বিদেহী আত্মাৰ চিৰশান্তি লাভ হওক) আৰু সঙ্ঘৰ যুটীয়া সম্পাদক তথা সাহিত্য গৱেষণা পৰিষদৰো সম্পাদক শ্ৰীহৰিপ্ৰসাদ হাজৰিকাদেৱে গৱেষকসকলক এই কৰ্মত নানা প্ৰকাৰে সহায় আগবঢ়াই আহিছে। বিশেষকৈ শ্ৰীহাজৰিকাদেৱে অনেক কষ্ট কৰি ছপাশাললৈ পঠোৱা পাণ্ডুলিপি তুলি দিছে। তদুপৰি শব্দ-সূচী আৰু ঘোষা-সূচী যুগুত কৰাত সহায় কৰি দি সেৱা আগবঢ়াইছে শ্ৰীমতী শুচিস্মিতা আৰু শেহতীয়াকৈ শ্ৰীফণীধৰ হাজৰিকাই। তেওঁলোকলৈও আমাৰ আন্তৰিক ধন্যবাদ জনাইছোঁ। ছপাকামত আমাক সততে সহায় কৰি দিছে সঙ্ঘৰ গুৱাহাটী মহানগৰী জিলা শাখাৰ প্ৰাক্তন সম্পাদক শ্ৰীফণী মালাকাৰদেৱে। শ্ৰীফণী মালাকাৰদেৱ থিতাতে লাগি নাথাকিলে ইমান কম সময়ৰ ভিতৰতে গ্ৰন্থভাগি ছপা কৰি উলিওৱা টান



হ'লহেঁতেন। তদুপৰি নানান অসুবিধাৰ মাজতো তুলনামূলকভাৱে কম দিনৰ ভিতৰতে গ্ৰন্থভাগি ছপাই উলিয়াই দিয়াৰ বাবে জ্যোতি প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী শ্ৰীভাস্কৰ ফুকন আৰু ছপাশালৰ কৰ্মীবৃন্দ বিশেষকৈ শ্ৰীকমল দাস, শ্ৰীপবিত্ৰ শৰ্মা, শ্ৰীহেমজিৎ সিং অশেষ শলাগৰ পাত্ৰ। তদুপৰি পুথিভাগিৰ ঢাকনীপাতৰ চিত্ৰশিল্পী শ্ৰীচন্দন চুতীয়াদেৱো আমাৰ শলাগৰ পাত্ৰ। তেখেতসকল সদৌলৈকে আমাৰ আন্তৰিক ধন্যবাদ জনাইছোঁ।

সৰ্বোপৰি শ্ৰীমন্ত শঙ্কৰদেৱ সঙ্ঘৰ প্ৰধান সম্পাদক শ্ৰীমুখ্যেশ্বৰ শইকীয়াদেৱৰ উৎসাহ-উদ্দীপনা আৰু তৎকালিক সহায়-সহযোগ গৱেষক মণ্ডলীৰ প্ৰধান সম্বল আছিল। তেখেতলৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

সদৌ শেষত গ্ৰন্থভাগি আগবঢ়াওঁতে অনেক বঢ়া-টুটা, ত্ৰুটি-বিচ্যুতি হৈছে, তাৰবাবে আমি সৱাৰে ওচৰত অপৰাধী। সেয়ে আমাৰ সেৱা প্ৰাৰ্থনা ঃ

''মঞি অজ্ঞানীৰ যতেক অজ্ঞান<br>
হৰি হৰি হৰি হৰি এ<br>
কথা কহি কোনে সীমা কৰিবেক তাক।<br>
ইটো মোৰ ঘোৰ দোষ পৰিহৰি<br>
হৰি হৰি হৰি হৰি এ<br>
কৃপাময় কৃষ্ণ চৰণে ৰাখা আমাক।''

'কৃষ্ণপদ সেৱাসুখ' আশাৰে—<br>
গৱেষক মণ্ডলীৰ পক্ষে,

**শ্ৰীধৰ্মেশ্বৰ চুতীয়া,**<br>
আহ্বায়ক

## বৰ্ণানুক্ৰমিক ঘোষা-সূচী

**প**

**ভ**







**ম**

**হ**

# কীৰ্ত্তন-ঘোষা

।। শ্ৰীকৃষ্ণায় নমঃ।।

## ।। শ্লোক।।

কৃষ্ণায় ৱাসুদেৱায় দেৱকীনন্দনায় চ।
নন্দগোপকুমাৰায় গোৱিন্দায় নমো নমঃ।।
নমঃ পঙ্কজনাভায় নমঃ পঙ্কজমালিনে।
নমঃ পঙ্কজনেত্ৰায় নমস্তে পঙ্কজাঙ্ঘ্ৰয়ে।।
ৱসুদেৱসুতং কৃষ্ণং কংসচাণূৰমৰ্দ্দনম্।
দেৱকীহৃদয়ানন্দং কৃষ্ণং ৱন্দে জগদ্গুৰুম্।।
হৰি ৰাম ৰাম।।
মূকং কৰোতি ৱাচালং পঙ্গুং লঙ্ঘয়তে গিৰিম্।
য়ৎকৃপা তমহং ৱন্দে পৰমানন্দ মাধৱম্।।

।। প্ৰথম খণ্ড ।।

## ।। চতুৰ্ব্বিংশতি অৱতাৰ ।।

।। প্ৰথম কীৰ্ত্তন।।

ঘোষা।। জয় হৰি গোৱিন্দ নাৰায়ণ ৰাম কেশৱ হৰি।
ৰাম ৰাম কেশৱ হৰি ।। ১।।

পদ ।। প্ৰথমে প্ৰণামো ব্ৰহ্মৰূপী সনাতন।
সৰ্ব্ব অৱতাৰৰ কাৰণ নাৰায়ণ।।
তযু নাভিকমলত ব্ৰহ্মা ভৈলা জাত।
যুগে যুগে অৱতাৰ ধৰা অসংখ্যাত।।১।।
মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমত।
উদ্ধাৰিলা বেদ প্ৰভু[১] প্ৰলয়জলত।।
সত্যব্ৰত ৰাজাক দেখাইলা নিজ মায়া।
নধৰিলা[২] সমুদ্ৰে[৩] তোহ্মাৰ মৎস্যকায়া।।২।।
কূৰ্ম্ম অৱতাৰ ভৈলা ক্ষীৰোদধি তীৰে।
লক্ষ প্ৰহৰৰ পন্থ জুড়িলা শৰীৰে।।
কৰিলেক পৰি স্তুতি সুৰাসুৰ নাগে।
ধৰিলা মন্দৰ গিৰি প্ৰভু পৃষ্ঠভাগে।।৩।।

---

১। পা. চাৰিবেদ/বেদগণ; ২। পা. নুজুৰিলা/নুজুড়িলা;
৩। পা. সাগৰে

দিব্য যজ্ঞবৰাহ স্বৰূপ ভৈলা তুমি।
লীলায়ে দন্তৰ অগ্রে উদ্ধৰিলা ভূমি।।
তোহ্মাক কৰিলা যুদ্ধ হিৰণ্যাক্ষ বীৰি।
অপ্রয়াসে দৈত্যক মাৰিলা দন্তে ছিড়ি।।৪।।
আদি দৈত্য হিৰণ্যকশিপু বলিয়াৰ[৪]।
নৰসিংহ ৰূপে হিয়া বিদাৰিলা তাৰ।।
কৰিলা নির্ভয় পাইলা ত্রিদশে উল্লাস।
ভক্ত প্রহ্লাদক প্রভু কৰিলা আশ্বাস।।৫।।
বামন স্বৰূপে অদিতিৰ বাক্য পালি।
ইন্দ্রক থাপিলা ছলে বলিক নিকালি।।
ত্রৈলোক্যক আক্রমিলা চৰণৰ গতি।
তযু পাদোদকে গঙ্গা ভৈলা উতপতি।।৬।।

।। দ্বিতীয় কীৰ্ত্তন।।

ঘোষা।। যদুমণি যাদৱ যাদৱ যাদৱানন্দ হৰি।।২।।
পদ ।। ভৈলাহা পৰশুৰাম নামে অৱতাৰ।
প্রদক্ষিণ কৰি ভূমি তিনি সাতবাৰ।।
ক্ষত্রিয়ক কাটিলা পৰশু কৰে ধৰি।
নিক্ষত্রিয় কৰিলা সমস্ত বসুন্ধৰী।।৭।।

৪। পা. বলীয়াৰ/ বলীআৰ



ছিৰীৰাম ৰূপে কৌশল্যাত অৱতৰি।
বনবাস খপিলা পিতৃৰ বাক্য ধৰি।।
বিৰাধ কবন্ধ মাৰীচৰ লৈলা প্ৰাণ।
খৰ দূষণক প্ৰভু কৰিলা নিৰ্য্যাণ।।৮।।
একপাট শৰে বালী সঙ্কলিলা জীৱ।
তোহ্মাৰ প্ৰসাদে ৰাজা ভৈলন্ত সুগ্ৰীৱ।।
লঙ্কাত পশিলা সাগৰত বান্ধি সেতু।
বধিলা ৰাৱণ সীতাহৰণৰ হেতু।।৯।।
বধিলা ৰণত আনো ৰাক্ষস অনেক।
ভক্ত বিভীষণক কৰিলা অভিষেক।।
অগ্নিত পৰীক্ষা আনি[৫] কৰিলা সীতাক।
ব্ৰহ্মাদেৱে স্তুতি বাণী বুলিলা তোহ্মাক।।১০।।
সম্বৰিলা সীতা দশৰথৰ বচনে।
অযোধ্যাক আসিলা সভাৰ্য্যে ৰঙ্গমনে।।
কৰিলাহা ৰাজ্য দশ হাজাৰ বৎসৰ।
লগে স্বৰ্গে নিলা সৱে অযোধ্যা নগৰ।।১১।।
ৰোহিণীত ভৈলা হলিৰাম অৱতাৰে।
দ্বিৱিদৰ প্ৰাণ লৈলা মুষ্টিৰ প্ৰহাৰে।।
প্ৰলম্ব মুষ্টিক ৰুক্মি দন্তবক্ৰ বীৰ।
লীলায়ে মাৰিয়া ভাৰ হৰিলা ভূমিৰ।।১২।।

৫। পা. অগ্নিত পৰীক্ষা কৰি আনিলা সীতাক।

বুদ্ধ অৱতাৰে বেদপন্থ কৰি ছন্ন।
বামানয় শাস্ত্রে মুহি আছা অজ্ঞজন[৬]।।
নিচিন্তে চৰণ নাম নলৱে তোহ্মাৰ।
সদায়ে প্ৰমত্ত লোক পাষণ্ড আচাৰ।।১৩।।
কলিৰ শেষত হৈবা কল্কি অৱতাৰ।
কাটি মাৰি ম্লেচ্ছক কৰিবা বুন্দামাৰ।।
সৱাকো বধিবা বৌদ্ধগণ[৭] যত আছে।
কলিৰ শেষত সত্য প্ৰৱৰ্ত্তাইবা পাছে।।১৪।।

।। তৃতীয় কীৰ্ত্তন।।

ঘোষা।। নৰহৰি গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম।।৩।।
সনতকুমাৰ অৱতাৰে তুমি হৰি।
ফুৰিলা দুষ্কৰ ব্ৰহ্মচৰ্য্য ব্ৰত ধৰি।।
পৃথু ৰাজা তোহ্মাত সুধিলা মহাজ্ঞান।
সমস্ত তত্ত্বক তুমি কৰিলা বাখ্যান।।১৫।।
ভৈলাহা নাৰদ ঋষি নামে অৱতাৰ।
পঞ্চৰাত্ৰ নামে তন্ত্ৰ কৰিলা প্ৰচাৰ।।

৬। পা. সৰ্ব্বজন
৭। পা. বোধ। ইয়াত ‘বৌদ্ধ’ পদে ‘বৌদ্ধ টাটকীয়া’ বা তন্ত্ৰবাদী বৌদ্ধসকলক বুজাইছে যেন বোধ হয়।



যাক আচৰিলে মহা মোক্ষ পদ পাই।
হৰিৰ কীৰ্ত্তন কৰি ফুৰা বীণা বাই।।১৬।।
ভৈলা অৱতাৰ আৰো নৰনাৰায়ণ।
কৰিলা দুষ্কৰ তপ চিত্তৰ শোধন।।
তোহ্মাক মুহিবে কামদেৱ আইলা সাজি।
দৰ্পচূৰ কৰিলা উলটি গৈলা লাজি।।১৭।।
কপিল স্বৰূপে আৰো ভৈলা অৱতাৰ।
লুপ্ত ভৈলা জ্ঞান তাক কৰিলা প্ৰচাৰ।।
তোহ্মাৰ প্ৰসাদে যোগ জানি দেৱহুতি।
তোহ্মাৰ চৰণ চিন্তি লভিলা মুকুতি।।১৮।।
দত্তাত্ৰেয় নামে ভৈলা অত্ৰিৰ তনয়।
পুছিলন্ত যোগ যদু অলৰ্ক হৈহয়।।
তিনিও ৰাজাত কৈলা যোগৰ যুগুতি।
তোহ্মাৰ প্ৰসাদে পাইলা পৰম মুকুতি।।১৯।।
যজ্ঞ অৱতাৰে ভৈলা দেৱতাৰ ৰায়।
যামা নামে দেৱগণ লগত সহায়।।
স্বায়ম্ভুৱ মনুৰ দিনত তুমি হৰি।
ইটো ত্ৰিজগতক আছিলা ৰক্ষা কৰি।।২০।।
পুত্ৰ ভৈলা নাভিৰ ঋষভ নামে তুমি।
জড়যোগচৰ্য্যা ধৰি পৰ্য্যটিলা ভূমি।।

পৰম জ্ঞানৰ পথ দেখাইলা আপুনি।
পৰম পদক পাৱে যাক জানি শুনি।।২১।।
অৰাজক ভৈলা নষ্ট হোৱে সৱে প্ৰজা।
দেখি তুমি ভৈলা পৃথু নামে আদি ৰাজা।।
পৃথিৱীক ধৰিয়া দুহিলা সৰ্ব্ব ৰস।
জগততে ব্যাপিলা তোহ্মাৰ মহাযশ।।২২।।
সাগৰ মথন্তে অমৃতৰ ঘট ধৰি।
ধন্বন্তৰি নামে অৱতাৰ ভৈলা হৰি।।
যত বৈদ্যশাস্ত্ৰচয় কৰিলা প্ৰকাশ।
যাহাক জানিলে হয় ব্যাধিৰ বিনাশ।।২৩।।
ধৰিলাহা সংসাৰমোহিনী নাৰীৱেশ।
দুষ্ট দৈত্যগণক মুহিলা হৃষীকেশ।।
ভকত দেৱক পান কৰাইলা অমৃত।
তোহ্মাৰ প্ৰসাদে ইন্দ্ৰ ভৈলা কৃতকৃত্য।।২৪।।

।। চতুৰ্থ কীৰ্ত্তন।।

ঘোষা।। মাধৱ ৰাম হৰি হে যাদৱ ৰাম হৰি[৮]।।৪।।
পদ ।। ব্যাস নামে ভৈলা সত্যৱতীৰ সন্ততি।
দেখিলাহা প্ৰজা ভৈল আতি অল্পমতি।।

৮। পা. মাধৱ ৰাম হৰি। মাধৱ ৰাম হৰি।।



কৰিলা অনেক শাখা চাৰিও বেদৰ।
পুৰাণ ভাৰত শাস্ত্ৰ নিৰ্ম্মিলা বিস্তৰ।।২৫।।
গজেন্দ্ৰক গিলে ঘোৰ গ্ৰাহে বলে ধৰি।
তোহ্মাত শৰণ লৈলা আৰ্ত্তনাদ কৰি।।
শুণ্ডে মেহ্রাই[৯] পদ্মগোট উপৰক তুলি।
গজেন্দ্ৰে শৰণ লৈলা ত্ৰাহি হৰি বুলি।।২৬।।
শুনি শীঘ্ৰে চড়ি তুমি গৰুড়ৰ স্কন্ধে।
ভকতক ৰাখিবাক আসিলা প্ৰবন্ধে।।
গৰুড়ৰ নামি তুমি পৰম বিক্ৰমে।
শুণ্ডে ধৰি তৰক তুলিলা গ্ৰাহে সমে।।২৭।।
আথেবেথে চক্ৰে ছিঁড়িলাহা গ্ৰাহমুখ।
তোহ্মাৰ প্ৰসাদে গজেন্দ্ৰৰ গৈল দুঃখ।।
হস্তী গুচি তৈতে চতুৰ্ভুজ ৰূপ ভৈলা।
গলে বনমালা হাতে চাৰি অস্ত্ৰ লৈলা।।২৮।।
তোহ্মাক নমিলা গৈয়া দন্তৱতে পৰি।
পাৰিষদ হুয়া বৈকুণ্ঠক গৈলা লৰি।।
তযু পৰশনে গ্ৰাহে শাপক নিস্তৰি।
বিমানে স্বৰ্গক গৈলা দিব্য ৰূপ ধৰি।।২৯।।
হয়গ্ৰীৱ নামে আৰ ভৈলা অৱতাৰ।
তপ্ত সুৱৰ্ণৰ বৰ্ণ শৰীৰ তোহ্মাৰ।।

৯। পা. মেঢ়াই

তোহ্মাৰ সুন্দৰ সিটো নাসিকাৰ হন্তে।
বাজ ভৈলা বেদগণ[১০] নিশ্বাস কাঢ়ন্তে।।৩০।।
সপত্নী মাতৃৰ বাক্যে বিদাৰিল মন।
ধ্রুৱে আসি আৰাধিলা তোহ্মাৰ চৰণ।।
ত্রৈলোক্যৰ উপৰে তাহাঙ্ক থৈলা থাপি।
গোধিকাৰ পুচ্ছভাগে দেখিঅ অদ্যাপি।।৩১।।
দেৱে দৈত্যে আনিবাক নৱাৰে মন্দৰ।
অপ্রয়াসে আনি তুমি মথিলা সাগৰ।।
দানৱক যুজিলা দেৱৰ হুয়া ভিতি।
তোহ্মাৰ প্রসাদে ইন্দ্রে সাধিলা জয়তি।।৩২।।
কৃষ্ণৰ ৰহস্য জন্ম শুনা সৰ্ব্বজনে।
মোক্ষপদ সাধা আউৰ শ্রৱণ কীৰ্ত্তনে।।
কৃষ্ণৰ কিঙ্কৰ কহে শঙ্কৰে সম্প্রতি।
বোলা হৰি হৰি পাপ যাউক অধোগতি।।৩৩।।

১০। পা. চাৰিবেদ।

।। চতুৰ্ব্বিংশতি অৱতাৰ সমাপ্ত।।১।।

।। দ্বিতীয় খণ্ড ।।

# ।। নাম-অপৰাধ ।।

।। প্রথম কীৰ্ত্তন।।

ঘোষা ।। কৰিও হৰিৰ চৰণে ৰতি।
কলিত হৰিৰ নামেসে গতি।।৫।।

পদ ।। পদ্মপুৰাণৰ স্বৰ্গ খণ্ডত।
নিৰূপি আছে কলি ধৰ্ম্ম যত।।
তাক শুনা আৱে একান্ত চিতে।।
যাৰ ইচ্ছা আছে ভৱ তৰিতে।।৩৪।।
আছে চাৰিসিদ্ধ জ্ঞানী পৰম।
ব্রহ্মাৰ চাৰিও পুত্র প্রথম।।
তাসম্বাক পায়া নাৰদ ঋষি।
পুছিলা সংশয় কথা হৰিষি।।৩৫।।
ঈশ্বৰ ভগৱন্ত কৃপাময়।
কহিছা যিটো মহাপাপচয়।।
কেন মতে হোৱে বিনাশ তাৰ।
কলিত কোন পুণ্যে পাই পাৰ।।৩৬।।
কহিয়া ছেদিয়ো সংশয় যত।
চাৰিও তোৰা মহাভাগৱত।।

শুনিয়া সনত কুমাৰ মুনি।
দিলন্ত উত্তৰ মনত গুণি।।৩৭।।
গোৱিন্দৰ প্ৰিয় নাৰদ শুনা।
ভাগৱত ধৰ্ম্ম আপুনি জানা।।
হৌক মোক্ষ বুলি সৱে লোকৰ।
কৰিলা প্ৰশ্ন সংসাৰত সাৰ।।৩৮।।
যেন মতে পাৱে সংসাৰ পাৰ[১১]।
শুনা সাৱধানে উত্তৰ তাৰ।।
সদায়ে এড়িল আচাৰ ধৰ্ম্ম।
নভৈল যাৰ কিছু জাতকৰ্ম্ম।।৩৯।।
শঠবুদ্ধি যিটো জগত বঞ্চৈ।
দম্ভ অহঙ্কাৰ সদা নুগুচৈ।।
সুৰাপায়ী চাতুকাৰ চাণ্ডাল।
নিষ্ঠুৰ বাক্য বোলৈ সৰ্ব্বকাল।।৪০।।
পুত্ৰ দাৰা ধন আতেসে ৰতি।
সৱাতো অধম যি পাপমতি।।
সিসৱো পাপত হোৱৈ তৰণ।
যদি হৰি পদে লৱৈ শৰণ।।৪১।।
দেৱতো উত্তম কৰুণাকৰ।
মুকুতি পাৱৈ যাত চৰাচৰ।।

১১। পা. পাপৰ পাৰ



যিটো থাকৈ তান দ্ৰোহ আচৰি।
ভজিলে তাকো নিস্তাৰন্ত হৰি।।৪২।।
যিটো মন্দমতি অধম নৰে।
হৰিৰো মহা অপৰাধ কৰে।।
নামত শৰণ লৱে বাৰেক।
নামে হৰে তাৰ সৱে পাতেক।।৪৩।।
সুহৃদ হৰি নাম সমস্তৰে।
তাৰো অপৰাধ যি নৰে কৰে।।
তাহাৰ ৰক্ষাৰ নাহি উপায়।
অৱশ্যে সিটো অধোগতি যায়।।৪৪।।
হৰিয়ো ৰাখিবে নৱাৰে তাক।
শুনিয়া নাৰদে বুলিলা বাক।।
নামৰ কোন অপৰাধগণ।
লোকৰ যিটো পুণ্য কৰে ছন।।৪৫।।
পাপক সঞ্চি যায় অধোগতি।
কহিয়ো নামৰ দ্ৰোহ সম্প্ৰতি।।
শুনি মুনি বাক্য বুলিলা তথা।
পুছিলা পৰম ৰহস্য কথা।।৪৬।।
পূৰ্ব্বত কহিলা মোত শঙ্কৰে।
প্ৰকাশিবো আক তোম্হাৰ তৰে।।
শুনা যেন যেন দ্ৰোহ নামৰ।
হৰি হৰি বোলা সমস্ত নৰ।।৪৭।।

।। দ্বিতীয় কীৰ্ত্তন।।

ঘোষা ।। ঘুষিয়ো হৰি হৃদি ৰূপ ধৰি।
নাহি আন পুণ্য নামক সৰি।।৬।।

পদ ।। ভকতক নিন্দা কৰৈ অধম।
জানিবা নামৰ দ্ৰোহী পৰম।।
যাত হন্তে ভৈলা নামৰ খ্যাতি।
তাৰ কি নিন্দা নামে সহে আতি।।৪৮।।
গুণনাম যত বিষ্ণু শিৱৰ।
তাক ভিন্ন বুদ্ধি কৰৈ যিটো নৰ।।
নামৰ সিও মহা অপৰাধী।
নৰকত পৰৈ দৈৰে নবাধি।।৪৯।।
যিটো পাপী কৰৈ গুৰুক হেলা।
বেদকো নিন্দৈ যদি কোনো বেলা।।
নামৰ ইয়ো দুয়ো অপৰাধ।
ভুঞ্জিৰে যাতনা নাহিকে বাধ।।৫০।।
হৰিৰ নামে কৰৈ[১২] অৰ্থবাদ।
নামৰ মহিমা কৰৈ উচ্ছাদ।।
সিজনো নামৰ দ্ৰোহী পৰম।
নৰকে পচৈ নাহি তাৰ জন্ম।।৫১।।

১২। পা. কল্পে



নামত বলে কৰৈ পাপ বুদ্ধি।
অষ্টাঙ্গযোগে তাৰ নাহি শুদ্ধি।।
নাম অপৰাধী সিও পৰম।
ভুঞ্জিবে যাতনা অনেক জন্ম।।৫২।।
ধৰ্ম্ম হোম ব্ৰত তীৰ্থত স্নান।
যতেক আছে মহাযজ্ঞ দান।।
আক এৰে কৰে নামক সৰি।
কতনো যাতনা ভুঞ্জিবে মৰি।।৫৩।।
নামক কীৰ্ত্তন কৰন্তে আনে।
আন মন কৰি নুশুনে কাণে।।
অধক যাই সিয়ো হোৱৈ কলা।
বাইবেক কাণত তপত শলা।।৫৪।।
নাহিকে শ্ৰদ্ধা নপাতয় কাণ।
তাক যিটো দেয় নামক দান।।
নামৰ দ্ৰোহী নাহি তাত পৰে।
ভুঞ্জাইবে যাতনা যম কিঙ্কৰে।।৫৫।।
শুনিয়া নামৰ মহিমা নীতি।
তথাপি নামত নকৰৈ প্ৰীতি।।
নামৰ দ্ৰোহী সিও অহঙ্কাৰী।
ভুঞ্জিবেক কাকে জিহ্বা উভাৰি।।৫৬।।

এহি দশ অপৰাধী নামৰ।
আহ্মাত কৃপায়ে কহিলা হৰ।।
পূৰ্ব্বত সমস্ত মুনিৰ আগে।
তোহ্মাত আৰে কৈলো অনুৰাগে।।৫৭।।
নামৰ দ্ৰোহ নেৰৈ যিটো জানি।
পাপত পচৈ সিও মন্দ প্ৰাণী।।
মাতৃক ক্ৰোধে তেজৈ যেন অন্ন।
দুঃখ মাত্ৰ পাৱৈ বালকগণ।।৫৮।।
এৰিয়া অপৰাধ দেৱ ঋষি।
নামত যতন কৰা হৰিষি।।
নামেসে কৰিবে পৰম সিদ্ধি।
হৰিৰ নাম জগতৰে নিধি।।৫৯।।
পুছিলা নাৰদ মুনি দুনাই।
যাহাৰ বিজ্ঞান বৈৰাগ্য নাই।।
সদায়ে মজি আছে বিষয়তে।
এৰাইবে নামৰ দ্ৰোহ কিমতে।।৬০।।
সনত কুমাৰে দিলা উত্তৰ।
নামৰ দ্ৰোহী যিটো পাপী নৰ।।
সততে ফুৰৈ হৰি নাম গাই।
তেৱেসে নামৰ দ্ৰোহ এড়াই।।৬১।।
স্বৰূপ শুনা ঋষি উদাসীন।
যিজন নাম অপৰাধহীন।।



হৰিৰ তেৱে একে নামে তৰৈ।
শুনৈ বা ভণৈ বা মনত স্মৰৈ[১৩]।।৬২।।
কহিলা ৰহস্য মোত শঙ্কৰে।
আক যিটো নৰে কীৰ্ত্তন কৰে।।
মুকুতি পাৱৈ এৰাই অপৰাধ।
কহিলো নাৰদ নাহিকে বাধ।।৬৩।।
পৰম বান্ধৱ হৰিৰ নাম।
যিজনে আক লৱৈ অৱিশ্ৰাম।।
তাৰ সাত কাৰ্য্য সাধিবে দেখা।
প্ৰতি প্ৰতি লোৱা সাতৰো লেখা।।৬৪।।
প্ৰথমে দহিবে পাতকচয়।
কৰিবে মহাপুণ্য অভ্যুদয়।।
কৰাইবে বিষয়ত বিৰকতি।
কৃষ্ণত পৰাইবে[১৪] প্ৰেম ভকতি।।৬৫।।
উপজাইবে আতি বৈষ্ণৱ জ্ঞান।
মায়াকো দহিয়া কৰৈ নিৰ্য্যাণ।।
চৈতন্য মূৰ্ত্তি পূৰ্ণানন্দ হৰি।
থৈবন্ত তেন্তে এৰে একে কৰি।।৬৬।।
তেৱেসে নাম হৈব উপশান্ত।
কহিলো পৰম তত্ত্ব একান্ত।।

---

১৩। পা. শুনে বা বোলে বা মনত স্মৰে।
১৪। পা. পোৱাইবে

নাম বিনে নাহি কলিত গতি।
কলিৰ লোক হুইবে পাপমতি।।৬৭।।
অন্যত্ৰ ধৰ্ম্মে নাহি অধিকাৰ।
জানিবা কলিত নামেসে সাৰ।।
কলিত সদা নুসুমৰৈ হৰি।
হেলাতে মৰৈ আত্মঘাত কৰি।।৬৮।।
কৃষ্ণৰ কিঙ্কৰে কহে শঙ্কৰে।
মনুষ্য জন্মক নপায় সেন্থৰে।।
আকো বৃথা কৰা কিনো অভাগী।
মাণিক্যক বিকা কাঞ্চক লাগি।।৬৯।।
কেতিক্ষণে কিবা মিলৈ বিঘাত।
তথাপি চেতন নাহিকে গাত।।
আজি কালি কিবা মিলৈ মৰণ।
হৰিৰ নামত লৈয়ো শৰণ।।৭০।।
নকৰিবা নিন্দা মোক মহন্তে।
আসিল শাস্ত্ৰ বাৰাণসী হন্তে।।
তাহাঙ্ক চাই নিবন্ধিলো পদ।
হৰি হৰি বুলি তৰা আপদ।।৭১।।

।। নাম-অপৰাধ সমাপ্ত।।২।।

।। তৃতীয় খণ্ড ।।

# ।। পাষণ্ড মৰ্দ্দন।।

## ।। প্ৰথম কীৰ্ত্তন।।

ঘোষা ।। কলিৰ ধৰ্ম্ম হৰি নাম জান।
পাপীৰ নিন্দাত নেদিবা কাণ।।৭।।

পদ ।। কহিলা শুকে বেদান্তৰ মৰ্ম্ম।
শুনা পৰীক্ষিত কলিৰ ধৰ্ম্ম।।
কলিসি শ্ৰেষ্ঠ চাৰিযুগ মাজে।
প্ৰশংসে কলিক জ্ঞানী সমাজে।।৭২।।
অপ্ৰয়াসে সিজে কলিত পুণ্য।
কলিৰ শুনা যেন মহাগুণ।।
কৰিয়া কীৰ্ত্তন কলিত আতি।
পাৱৈ বৈকুণ্ঠক চৌত্ৰিশ জাতি।।৭৩।।
সত্য যুগে কৰি ধ্যান সমাধি।
ত্ৰেতাত সমস্ত যজ্ঞে আৰাধি।।
দ্বাপৰে পূজি নানা ভক্তিভাৱে।
কলিত কীৰ্ত্তনে সি গতি পাৱে।।৭৪।।
সত্য যুগে যত আছিল প্ৰাণী।
কলিত জন্মিবো বোলে কৈসানি।।

হৰি নাম ঘুষি কলি যুগত।
নিছয়ে হুইবেক লোক ভকত।।৭৫।।
দোষৰ নিধি কলি যদি পাপী।
আছে মহাগুণ আত তথাপি।।
কেৱলে কীৰ্ত্তনে সংসাৰ তৰি।
বন্ধ ছিণ্ডি হোৱৈ আপুনি হৰি।।৭৬।।
কলিত কীৰ্ত্তনে হোৱৈ ভকত।
আত পৰে লাভ নাহি লোকত।।
আমাৰ বোলে চিত্ত নেদা ঠাৰি[১৫]।
একাদশ স্কন্ধে চাৱা বিচাৰি।।৭৭।।
কলিৰ লোক আতি পাপমতি।
নসাধৈ আন ধৰ্ম্মে আৰ গতি।।
ৰাম নাম যিটো সততে গাৱে।
সেহিসে হাততে মুকুতি পাৱে।।৭৮।।
দুষ্ট চিত্তো যদি হৰি সুমৰে।
তথাপিতো তাৰ পাতক হৰে।।
অনিচ্ছাতো যেন অগনি পোলে।
বিষ্ণুধৰ্মোত্তৰ আগমে বোলে।।৭৯।।

১৫। পা. থাৰি



ঘোৰ সংসাৰৰ মুখ্য আষুধি।
হেন হৰি নাম এৰি বিবুধি।।
লভিবে মুকুতি কোন উপায়।
মিছাতে পণ্ডিত ফুৰে বোলাই।।৮০।।
নাৰদে কহন্ত মুনিক মাতি।
আশ্চৰ্য্য আশ্চৰ্য্য দেখিয়ো আতি।।
হৰি হেন নাম আছে বিয়াপি।
সংসাৰ তাপত মৰৈ তথাপি।।৮১।।
হৰি নামে নামে নামে নিশ্চয়।
মোহোৰ জীৱন নাৰদে কয়।।
কলিৰ কালে আউৰ আতপৰ।
নাহি নাহি নাহি গতি লোকৰ।।৮২।।
নাৰদে দিলন্ত তিনি কতপা।
আক নমানিবে কোননো লপা।।
নাৰদৰ বাণী শিলৰ ৰেখা।
বৃহত নাৰদী বিচাৰি দেখা।।৮৩।।
সমস্ত লোকৰ ধৰ্ম্মক এৰি।
বিষ্ণুৰ নামক সততে ৰড়ি।।
সিজনে যি গতি লভিবে সুখে।
সমস্ত ধাৰ্ম্মিকে নপাৱৈ দুঃখে।।৮৪।।
জানিয়া হৰিক সততে স্মৰ।
ক্ষণেকো নপাসৰিবাহা নৰ।।

যত মহাপুণ্য মহাপাতক।
ই দুয়ো কিঙ্কৰ জানা প্ৰত্যেক।।৮৫।।
তথাপি যদি চিত্ত নেদা ঠাৰি।
পদ্মপুৰাণত চায়ো বিচাৰি।।
বৃহৎ সহস্ৰ নামত আছে।
নপাইলে আমাক নিন্দিবা পাছে।।৮৬।।
কহিলা শুকে পৰমাৰ্থ বাণী।
মহাভাগৱত শাস্ত্ৰ প্ৰমাণি।।
নেৰিবা কীৰ্ত্তন দুষ্টৰ বোলে।
পৱিত্ৰ কৰা হৰি হৰি বোলে।।৮৭।।

।। দ্বিতীয় কীৰ্ত্তন।।

ঘোষা ।। হৰি ও হৰি ৰাম মুৰাৰি।
কীৰ্ত্তনৰ নিন্দা সৈতে নপাৰি[১৬]।।৮।।

পদ ।। চাণ্ডালে কৰিছে হৰি কীৰ্ত্তন।
বুলিয়া নিন্দে যিটো অজ্ঞজন।।
তাক সম্ভাষণ যিজনে কৰৈ।
আজন্মৰ পুণ্য তেখনে হৰৈ।।৮৮।।
বিষ্ণুৰ গুণ নাম অলঙ্কৃত।
অন্ত্যজো যিবা কৰি আছে গীত।।

১৬। পা. সহিতে নাৰি



তাক নিন্দা কৰৈ যিটো কুমতি।
পুণ্যক নাশি যাইবে অধোগতি।।৮৯।।
আমাৰ বোলে পতিয়ন নাই।
দেখিয়ো সূতসংহিতাক চাই।
ৰজো গুণে কৰৈ কৰ্ম্মত প্ৰীতি।
কৰ্ম্মীৰ দম্ভ ভাৰ বাঢ়ে আতি।।৯০।।
কৰে হিংসা ধৰ্ম্ম নোপোজে বোধ।
নুগুচয় যেন সৰ্পৰ ক্ৰোধ।।
হাসে বৈষ্ণৱক যিটো নিষ্খল।
পাপত সমূলঞ্চে যায় তল।।৯১।।
স্ত্ৰী ধন জন যৌৱন মদে।
অন্ধ হোৱৈ বিদ্যা গৰ্ব্বৰ পদে।।
বিষ্ণু বৈষ্ণৱক ঝপায়া নিন্দে।
হৰি নামে তাৰ কাণত বিন্ধে।।৯২।।
হৰি ভকতক যিজনে হাঁসৈ।
নুবুজি বেদৰ অৰ্থ বিনাশৈ।।
জগতত বিষ্ণু আছন্ত ব্যাপি।
শুনিয়া তাক নুবুজয় পাপী।।৯৩।।
স্ত্ৰী মদ্য মাংস সেৱাৰ কথা।
কৈয়া মৰে কৰৈ জন্মক বৃথা।
নুবুজে বেদ অভিপায় গূঢ়।
কৰ্ম্মক কৰিবে নজানে[১৭] মূঢ়।।৯৪।।

১৭। পা. নোৱাৰে

**মূৰ্খ হুয়া বোলৈ মঞি পণ্ডিত।**
**নষ্ট কৰি ফুৰৈ আনৰো চিত্ত।।**
**নিষ্কামে কৰিয়া সকলে কৰ্ম্ম।**
**বিষ্ণুত অৰ্পিব সিসব ধৰ্ম্ম।।৯৫।।**
**শ্ৰৱণ কীৰ্ত্তন তাহাৰ ফল।**
**মিছাত নজানি নিন্দৈ নিশ্খল।।**
**আমাৰ বোলে অপ্ৰত্যয় যাহা।**
**একাদশ স্কন্ধে বিচাৰি চাহা।।৯৬।।**
**বিষ্ণু বৈষ্ণৱৰ নিন্দা শুনিয়া**
**নুগুচৈ কৰ্ণত আঙ্গুলি দিয়া।।**
**সমস্ত পুণ্য নষ্ট হোৱৈ তাৰ।**
**নৰকত পড়ৈ নাহি নিস্তাৰ।।৯৭।।**
**বিষ্ণু বৈষ্ণৱক কৰৈ ধিক্কাৰ।**
**কাটিবে আণ্টিয়া জিহ্বাক তাৰ।।**
**শাস্তি কৰিবাক যেৱে নপাৰি।**
**গুচিৱে কাণত আঙ্গুলি গাৰি।।৯৮।।**
**নিন্দা শুনি যদি তৈৰ নুগুচৈ।**
**কল্পেক মান নৰকত পচৈ।।**
**যাইবাক যদি নাহি আন থান।**
**তথাতে এড়িবে আপুন প্ৰাণ।।৯৯।।**



**তেৱেসে হোৱৈ প্ৰায়শ্চিত্ত আতি।**
**দক্ষৰ যজ্ঞত কহিলা সতী।।**
**আমাৰ বোলে অপ্ৰত্যয় যাইবা।**
**চতুৰ্থ স্কন্ধত বিচাৰি পাইবা।।১০০।।**
**যত তপ ধৰ্ম্ম বেদ বেদাঙ্গ।।**
**হৰি নামে কৰে সৱে সুসাঙ্গ।।**[১৮]
**হেন হৰি নামে নাহি বিশ্বাস।**
**কিমতে এৰাইব মৃত্যুৰ ত্ৰাস।।১০১।।**
**দ্বাদশ স্কন্ধৰ তত্ত্ব উদ্ধাৰি।**
**কহিলন্ত শুকে উপসংহৰি।।**
**জ্ঞানতো কৰ্ম্মতো কৰি সম্প্ৰতি।**
**হৰি কীৰ্ত্তনেসে পৰম গতি।।১০২।।**
**উৰেষা বাৰাণসী ঠাৱে ঠাৱে।**
**কবীৰ**[১৯] **গীত শিষ্ট সৱে গাৱে।।**
**তথাপিতো আঁখি ফুটিল তাৰ।**
**হৰি কীৰ্ত্তনক কৰৈ ধিক্কাৰ।।১০৩।।**
**শুনা সৰ্ব্বজন কহোঁ সাক্ষাত।**
**মূঢ়ৰ বোলত নাহি সঞ্জাত।।**

---

১৮। (ক) পা. হৰি নাম বিনা নাহি সুসাঙ্গ।।
(খ) হৰি নাম বিনে নুহি সুসাঙ্গ।।
১৯। পা. কবিৰ। কিন্তু ইয়াত ভক্ত কবীৰকহে সূচাইছে।

বোলোক আসি ভাগৱত চাই।
তেৱেসে বুজো তাৰ মুনিষাই।।১০৪।।
পুৰাণ সূৰ্য্য মহাভাগৱত।
বেদান্তৰো ইটো পৰম তত্ত্ব।।
আক নুবুজি ফুৰৈ নিন্দা কৰি।
তাৰ মুখ দেখি বুলিবা হৰি।।১০৫।।

।। তৃতীয় কীৰ্ত্তন।।

ঘোষা ।। ত্ৰাহি হৰি ৰাম মোৰে।
মঞি মজিলো সংসাৰ ঘোৰে।।৯।।
পদ ।। কীৰ্ত্তন মহিমা শুনা উৎসুকে।
বাড়ৱ স্কন্ধত যি কৈলা শুকে।।
সকল ধৰ্ম্মতে কৰি বিশিষ্ট।
হৰি কীৰ্ত্তনেসে ধৰ্ম্ম গৰিষ্ঠ।।১০৬।।
অনাদৰি আন ধৰ্ম্ম সম্প্ৰতি।
দেওঁ উপদেশ হৰি ভকতি।।
ব্যাসৰ শুনি চিত্ত শান্ত ভৈল।
প্ৰথম স্কন্ধত নাৰদে কৈল।।১০৭।।
সমস্ত বেদক ব্ৰহ্মায়ে আনি।
বিচাৰিলা তিনিবাৰ প্ৰমাণি।।



এহিমানে মাত্ৰ কৰিলা সাৰ।
হৰি কীৰ্ত্তনেসে তৰৈ সংসাৰ।।১০৮।।
হেন জানি ৰাজা একান্ত মনে।
কৰিও যতন হৰি কীৰ্ত্তনে।।
ৰাজাত কহন্ত শুকে প্ৰবন্ধে।
বিচাৰি দেখিও দ্বিতীয় স্কন্ধে।।১০৯।।
আতি লৱলেশ বিষয় সুখ।
আকে লাগি ভৈল হৰি বিমুখ।।
নকৰে ৰতি হৰি কীৰ্ত্তনত।
আপুন কৰ্ম্মে সিও ভৈল হত।।১১০।।
সিটো চণ্ডালক গৰিষ্ঠ মানি।
যাৰ জিহ্বাগ্ৰে থাকে হৰি বাণী।।
সমস্তে তীৰ্থতে কৰিল স্নান।
কৰিল সৱ তপ হোম দান।।১১১।।
সেহিসে কুলীন বেদক বুজৈ।
যাহাৰ মুখত হৰি নাম সিজৈ।।
পৰম তত্ত্ব জানি দেৱহুতি।
তৃতীয় স্কন্ধত কৰিলা স্তুতি।।১১২।।
নলাগে লীন মুকুতিকো তথা।
নাহি হৰিপদ পঙ্কজ যথা।।

কৰ্ণৰ অমৃত হৰি চৰিত।
ভকতৰ মুখে শুনিবে নিত।।১১৩।।
হৰি কথামৃত কণাৰ বাৰে।
দুনাই আত্মজ্ঞান সুমৰাৰে।।
নলাগে বৰ নমাগোহো তাক।
চতুৰ্থ স্কন্ধত পৃথুৰ বাক।।১১৪।।
জ্বৰ[20] মৰণৰ সময়ে দুঃখে।
তযু গুণ নাম নেড়োক মুখে।।
মাগন্ত ঋত্বিজে[21] বৰ প্ৰবন্ধে।
নাভিৰ[22] যজ্ঞত পঞ্চম স্কন্ধে।।১১৫।।
পঞ্চম মহাপাপী যিটোজন।
তাৰো প্ৰায়শ্চিত্ত হৰি কীৰ্ত্তন।।
তাক লাগি ভৈল হৰিৰ মতি।
ইটো মোৰ ভৈল ৰাখো সম্প্ৰতি।।১১৬।।
ব্ৰহ্মবধী গুৰুবধী যতেক।
পিতৃ-মাতৃবধী পাপী অনেক।।
কুকুৰ খায় হেন ম্লেচ্ছগণে।
সিও শুদ্ধ হোৱে হৰি কীৰ্ত্তনে।।১১৭।।

২০। পা. জড়া
২১। ঋত্বিজ = যজ্ঞকৰোঁতা, পুৰোহিত
২২। নাভি = পৰমহংস ঋষভ মুনিৰ পিতৃ



চাণ্ডালো হৰি নাম লৱে মাত্ৰ।
কৰিবে উচিত যজ্ঞৰ পাত্ৰ।।
পাপৰ আলু উভাৰয় নামে।
আক তুচ্ছ কৰি মৰে কি কামে।।১১৮।।
নামৰ মহিমা জানি সমূলি।
জগতৰে মোক্ষ হৈৰেক বুলি।।
পূৰ্ব্বত আৰু গোপ্য কৰি থৈলা।
দেখিয়ো ষষ্ঠ স্কন্ধে শুকে কৈলা।।১১৯।।
নলাগে দেৱ দ্বিজ ঋষি হুইবে।
নলাগে সম্ভূত শাস্ত্ৰ জানিবে।।
মিছাতে মৰে আন কৰ্ম্ম কৰি।
হোৱন্ত ভকতিতে তুষ্ট হৰি।।১২০।।
যক্ষ ৰক্ষ দৈত্য ব্ৰজৰ বাসী।
পক্ষী মৃগগণ চণ্ডালো আসি।।
একান্তে কৰিয়া হৰি ভকতি।
মহাসুখে পাৱৈ পৰম গতি।।১২১।।
সপ্তম স্কন্ধত প্ৰহ্লাদৰ বাণী।
দেখিয়ো বিচাৰ কৰি প্ৰমাণি।।
মূৰ্খৰ কথা সৱে পৰিহৰি।
সদায়ে ডাকিয়া ঘুষিয়ো হৰি।।১২২।।

।। চতুৰ্থ কীৰ্ত্তন।।

ঘোষা ।। ৰামেসে জীৱন ৰামেসে প্ৰাণ।
ৰাম বিনা নাহি বান্ধৱ আন।।১০।।

পদ ।। তন্ত্ৰ মন্ত্ৰ আনো দ্ৰব্য অনেক।
দেশ কাল পাত্ৰ ছিদ্ৰ যতেক।।
পূৰ্ণ নুহি যত যজ্ঞৰ অঙ্গ।
হৰিনামে কৰে সৱে সুসাঙ্গ।।১২৩।।
বামনৰ আগে শুক্ৰৰ বাক।
অষ্টম স্কন্ধত দেখিয়ো তাক।।
ভকত জনেসে মোৰ হৃদয়।
ময়ো ভকতৰ হিয়া নিছয়।।১২৪।।
মঞি বিনে ভক্তে নিচিন্তে আন।
ভকত বিনা মোৰো নাহি ধ্যান।।
দুৰ্ব্বাসাৰ আগে কৈলা মুৰাৰি।
নৱম স্কন্ধত দেখা বিচাৰি।।১২৫।।
মুকুতি ৰসকো স্ৰৱৈ ভকতি।
তাক এড়ি কৰৈ জ্ঞানত ৰতি।।
দুখ মাত্ৰ পাৱৈ পাছেসে জানৈ।
কাষ্ঠ পতানক যেহেন বানৈ।।১২৬।।



ব্ৰজৰ তৃণ হৈবো মহাভাগ।
পাইবো গোপিকাৰ ৰেণুক লাগ।।
যাৰ মিত্ৰ ভৈলা জগত পতি।
ব্ৰহ্মায়ে কৰিলা কৃষ্ণক তুতি।।১২৭।।
ব্যভিচাৰী দুষ্টা ব্ৰজ যুৱতী।।
তথাপি কৃষ্ণত ভৈলা ভকতি।।
জানিলো পাপীয়ো ভজোক মাত্ৰ।
এতেকে ভৈলা মুকুতিৰ পাত্ৰ।।১২৮।।
কৃষ্ণৰ কথাত যিটো ৰসিক।
ব্ৰাহ্মণ জন্ম তাৰ লাগৈ কিক।।
স্মৰোক মাত্ৰ হৰি দিনে ৰাতি।
নবাছে ভকতি জাতি অজাতি।।১২৯।।
নন্দৰ ব্ৰজে যত গোপীজাক।
সদা বন্দো তান পদধূলাক।।
নুগুচৈ হৰি গীত দিনে ৰাতি।
জগতকে কৰৈ পৱিত্ৰ আতি।।১৩০।।
উদ্ধৱে বন্দিলা গোপীৰ ধূলি।
আৰে মূঢ়জনে নিন্দে কি বুলি।।
শৰীৰ শৱক মই বোলে চিত্তে।
মমত কৰৈ পুত্ৰ ভাৰ্য্যা বিত্তে।।১৩১।।
তীৰ্থ বুলি কৰৈ জলত শুদ্ধি।
প্ৰতিমাত কৰৈ দেৱতা বুদ্ধি।।

বৈষ্ণৱত নাই ইসৰ মতি।
গৰুতো অধম কৃষ্ণ বদতি।।১৩২।।
একান্তে মৰৈ কৰ্ম্ম মাত্র কৰি।
হৃদয়ে থাকিয়া বিদূৰ হৰি।।
শ্ৰৱণ কীৰ্ত্তন যাৰ অভ্যাস।
নছাড়ন্ত হৰি তাহাৰ পাশ।।১৩৩।।
মিছা তৰ্কবাদে ভৈলোঁ আন্ধাৰ।
নপাওঁ জ্ঞান পন্থ কৰি বিচাৰ।।
মাধৱ বামন গোৱিন্দ বুলি।
কৈসানি মুকুত হৈবো সমূলি।।১৩৪।।
দশম স্কন্ধত বেদৰ স্তুতি।
আক নমানিবে কোন যুগুতি।।
পাষণ্ডেযে নিন্দে বেদৰ বাণী।
তাৰ সম্ভাষণ এড়িবা জানি।।১৩৫।।
কৰ্ম্ম তপ জ্ঞানে সাধে যি গতি।
দানে বা সন্ন্যাসে পাৱৈ সম্প্রতি।।
ভকতে সুখে বসি পাৱৈ তাক।
উদ্ধৱৰ আগে কৃষ্ণৰ বাক।।১৩৬।।
পৰম অহিংসা ধৰ্ম্ম সন্ন্যাসে।
নপাৰে যি মোক জ্ঞান অভ্যাসে।।
ভকতেসে কৰৈ আমাক বশ্য।
কহিলো উদ্ধৱ ইটো ৰহস্য।।১৩৭।।



গৰু গোপিকা পশু বৃক্ষবন।
নাহি জন্মান্তৰে কিছু সাধন।।
এহি জন্মে মাত্র কৰি ভকতি।
পাইলেক সকলে মোহোৰ গতি।।১৩৮।।
অশুদ্ধ মনৰ কৰ্ম্মসকল।
স্ৰৱে যেন আৱাঁ[২৩] ঘটৰ জল।।
কৃষ্ণৰ বাক্য পাষাণৰ ৰেখা।
একাদশ স্কন্ধে বিচাৰি দেখা।।১৩৯।।
বোলন্ত শুকে কিনো ভৈল খেদ।
পাষণ্ডে কৰিবে বুদ্ধিক ভেদ।।
কলিত হৰিৰ কীৰ্ত্তন এড়ি।
ফুৰিবে লোকে আন কৰ্ম্ম কৰি।।১৪০।।
পাইবেক শ্ৰম তপ ব্ৰত কৰি।
একান্তে যিটো নুসুমৰৈ হৰি।।
জ্ঞানতো কৰ্ম্মতো কৰিয়া নৰ।
হৰি কীৰ্ত্তনত কৰা আদৰ।।১৪১।।
দ্বাদশ স্কন্ধত এহিসে কৈলা।
তথাপি মূঢ়ৰ বোধ নভৈলা।।
কৰৈ উপালম্ভ হৰি কীৰ্ত্তনে।
আত্মঘাত কৰি মৰৈ আপুনে।।১৪২।।

২৩। পা. এৱাঁ

মায়া আদি কৰি যত সমস্তে জগত জড়
কৃষ্ণেসে চৈতন্য আত্মা শুদ্ধ।
চৈতন্য কৃষ্ণক এড়ি জড়ক ভজিয়া মৰে
কিনো লোক অধম মুগুধ।।৪৭।।
তপ জপ তীৰ্থ ব্ৰত যাগ যোগ যজ্ঞ দান
কাকো নুসুমৰে মৃত্যুবেলা।
মৰন্তাজনক বেঢ়ি বোলে সৱে ৰাম বোলা
হেন নাম এতিক্ষণে হেলা।।৪৮।।
পৰলোক সময়ৰ বান্ধৱ হৰিৰ নাম
সৱ এড়ি যিহেতু সুমৰে।
এতিক্ষণে কি কাৰণে হেনয় হৰিৰ নাম
মলমতি নৰে নুসুমৰে।।৪৯।।

---

৪৭। মায়াদয়ো জড়াঃ সৰ্ব্বে কৃষ্ণস্তু শুদ্ধচিদ্ঘনঃ।
জড়ং ভজন্তি তং ত্যক্ত্বা অহো মূঢ়া ব্ৰজন্ত্যধঃ।
তুল. মায়াদয়ো জড়া সৰ্ব্বে কৃষ্ণস্তু শুদ্ধচিন্ময়ঃ।
তমনাদৃত্য মূঢ়াত্মা কিমৰ্থং ভজতে জড়ান্।।
৪৮। যাগযোগযজ্ঞদানতপোজপতীৰ্থব্ৰতান্যসুগমে ন স্মৰন্তি সৱৈৰ্ম্ৰিয়মাণং
জনং মধ্যং কৃত্বা ৰাম উচ্চৈৰুচ্যতাং তস্য হেলা ন কৰ্ত্তব্যা।
তপোযোগাদিকং কৰ্ম্ম ন স্মৰেদসুনিৰ্গমে।
ম্ৰিয়মাণমাবৃত্যোচ্চৈৰ্ৱদ ৰামমনন্যধীঃ।।
৪৯। সৰ্ব্বং ত্যক্ত্বা প্ৰাণৰোধে বন্ধুৰ্হৰিনাম স্মৰেৎ।
তন্নাম কলুষীকৃত্য কিন্নু স্মৰন্তি সৰ্ব্বদা।।
প্ৰেত্যানাং পৰমো বন্ধুৰ্হৰেনামৈৱ কেৱলম্।
তদাত্ৰ কলুষীকৃত্য তন্নাম ন স্মৰেৎ কথম্।।



দুৰ্ঘোৰ সংসাৰ ইটো ব্যাধিৰ ঔষধ মহা
তেজি হৰিনামক সম্প্ৰতি।
কমন উপায়ে আন পণ্ডিতসকলে আৰে
লভিবেক আপুন মুকুতি।।৫০।।
লভিয়া মনুষ্যতনু যিসৱ পণ্ডিত নৰে
নসাধিলে গতি আপুনাৰ।
কোটি জনমক লাগি সংসাৰ সাগৰে মজি
ফুৰিবেক ভুঞ্জিয়া নিকাৰ।।৫১।।
গোৱিন্দক নৰাধিয়া কোন কালে কদাচিত
সুখী হুয়া আছে কোনজন।
হেন শিক্ষা মনে ধৰি ডাউকে বোলয় সদা
'কো ৱা কো ৱা' ক্ক-বাক্য বচন।।৫২।।
শঙ্কৰেসে শুদ্ধমত ঈশ্বৰ ভক্তিৰ তত্ত্ব
প্ৰচাৰিলা শাস্ত্ৰসাৰ জানি।

---

৫০। অপহায় হৰেৰ্নাম ঘোৰসংসাৰভেষজম্।
আত্মনো লভতে মুক্তিং কেনোপায়েন পণ্ডিতঃ।।
৫১। যো বুধো মানুষং দেহং লব্ধ্ৱা ন সাধয়েদ্গতিঃ।
স জন্মকোটিং সংসাৰে মজ্জন্ ভোক্ষ্যতে যাতনাম্।।
তুল. পণ্ডিতঃ মানুষং লব্ধৱা ন গতিং সাধয়েন্নৰঃ।
দুঃখং ভুঙ্ক্ত্বা জন্মকোটিং সংসাৰে মজ্জতি পুনঃ।।
৫২। অনাৰাধিতে গোৱিন্দে কো ৱা কুত্ৰ সুখীৰ্ভৱেৎ।
এৱম্বদতি চ দাত্যুহঃ কো ৱা কো ৱা ক্কৱা ক্কৱা।।

**তাহাঙ্ক নজানি মূঢ়ে জীৱিকাৰ অৰ্থে ফুৰে**
**আপুনাৰ মহত্ত্ব বখানি।।৫৩।।**
**শঙ্কৰে সংশয় ছেদি শাস্ত্ৰৰ তত্ত্বক ভেদি**
**প্ৰচাৰিলা কৃষ্ণৰ ভকতি।**
**তাঙ্ক এৰি কি কাৰণে আনক বোলয় গুৰু**
**কিনো লোক মহামূঢ়মতি।।৫৪।।**
**নজানে শাস্ত্ৰৰ নয় যেহি আসে তাকে কয়**
**ছেদিবাক নপাৰে সংশয়।**
**গুৰু বোলাই তথাপিতো ফুৰয় লোকৰ মাজে**
**মান্য-সতকাৰ খুজি লয়।।৫৫।।**
**বচনে কেৱলে মাত্ৰ হৰিত শৰণ লয়**
**চিত্তে আন দেৱক ভজয়।**
**জানিবাহা কদাচিতো সিদ্ধি সিটো নলভয়**
**হৰি তাৰ সন্তোষ নহয়।।৫৬।।**

---

৫৩। কেশৱান্ন পৰো দেৱো ন নাম্নঃ ধৰ্ম্ম উত্তমঃ।
শঙ্কৰান্ন পৰো গুৰু ৰ্ন ভক্তিঃ সজ্জনাদ্বিনা।।
—আচাৰ্য্য-সংহতি, ৩৬
শঙ্কৰান্ন পৰো গুৰুঃ ন তজ্জনাৎ পৰো বন্ধু ইতি চ পাঠঃ।।
৫৪। তস্যোপদেশমাশ্ৰিত্য বহৱো মনুজাস্তদা।
ভৱবন্ধৰ্ব্বিনিৰ্মুক্ত্বা যাস্যতি কেশৱালয়ম্।।
—আচাৰ্য্য-সংহতি, ৩৮
৫৬। ৱাচা ৱদেদ্ধৰেৰ্নাম চেতোহ’ন্যদেৱতাং ভজেৎ।
ন স সিদ্ধিমৱাপ্নোতি তস্য তুষ্যতি ন হৰিঃ।।



**আগম নিগম তৰ্ক পুৰাণ ভাৰত যত**
**ইতিহাস তন্ত্ৰমন্ত্ৰচয়।**
**হে হৰি তোমাতেসে খেলাৱে কেৱলে বাদ**
**তোম্হাৰ তত্ত্বক নজানয়।।৫৭।।**
**ঐশ্বৰ্য্য ভোগৰ মদে মত্ত হুয়া ঈশ্বৰত**
**পৰাঙ্মুখ ভৈল যিটোজন।**
**যেন জীৰ্ণ গাই সিটো দুৰ্ঘোৰ সংসাৰ মহা-**
**পঙ্কে পৰি হোৰয় মগন।।৫৮।।**
**হৰিনাম ধ্বজ কৰি বেদপন্থ পৰিহৰি**
**ফুৰে আতি পাষণ্ডসকল।**
**ইহ পৰলোকে ভ্ৰষ্ট হুয়া পেট পুষি মাত্ৰ**
**ফুৰে আতি পৰম নিষ্খল।।৫৯।।**

---

৫৭। ত্বাং বহুধা ৱৰ্ণয়ন্তি তত্ত্বতস্তু কে’পি ন জানন্তীত্যাহ—
ত্বাং ব্ৰহ্ম কেচিদৱয়ন্ত্যত ধৰ্ম্মমেকে
একে পৰং সদসতোঃ পুৰুষং পৰেশম্।
অন্যে’ৱদন্তি নৱশক্তিযুতং পৰং ত্বাং
কেচিন্মহাপুৰুষমৱ্যয়মাত্মতন্ত্ৰম্।।
—ভাগৱত-পুৰাণ, ৮.১২.৯ (ভাৱাৰ্থ-দীপিকা সহ)
৫৮। ভোগৈশ্বৰ্যমদোন্মত্তস্তত্ত্বজ্ঞানপৰাঙ্মুখঃ।
সংসাৰাখ্যে মহাপঙ্কে জীৰ্ণা গৌৰিৱ মজ্জতি।।
—নৰসিংহ-পুৰাণ, ১৬, ১৪
৫৯। হৰেৰ্নাম ধ্বজীকৃত্য ত্যক্ত্বা ৱৈ ৱেদপদ্ধতিং।
শিশ্নোদৰপৰো ভ্ৰষ্টঃ স ইহামুত্ৰ নংক্ষ্যতি।।

## প্ৰাৰ্থনা

হে ভগৱন্ত গুৰু তযু পদে মন মোৰ
যি কালত থিতিক লভয়।
তোহ্মাৰ কৃপাত তেৱে সমস্তে সাধন শ্ৰম
এৰাই সুখী হুইবোহো নিশ্চয়।।৬০।।
হে প্ৰভু নৰহৰি তোহ্মাৰ চৰণ দুই
প্ৰেমভাৱে স্মৰণ দুৰ্ল্লভ।
যথাকথঞ্চিতৰূপে অহৰ্নিশে প্ৰভু মোৰ
সুমৰণ হুয়োক সুলভ।।৬১।।
হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ সাগৰ হৰি
কৃপাদৃষ্টি চাহিয়োক মোক।
সহজ বাসনাৰূপ শৰণ দিয়োক নাথ
মোৰ অহঙ্কাৰ দূৰ হোক।।৬২।।
নমো ৰাম কৃষ্ণ হৰি নাৰায়ণ নিৰঞ্জন
নমো দেৱ দৈৱকীদায়াদ।
পৰম অনাথ আমি তোহ্মাৰ চৰণে নমি
মাগো প্ৰভু ভকতিপ্ৰসাদ।।৬৩।।

৬০। যদা পৰানন্দগুৰো ভৱৎপদে পদং মনো মে ভগৱঁল্লভেত।
তদা নিৰস্তাখিলসাধনশ্ৰমঃ শ্ৰয়েয় সৌখ্যং ভকতঃ কৃপাতঃ।।
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ দীপিকা, ২০।।৩৩।। (১০.৮৭.৩৩)

৬১। চৰণস্মৰণং প্ৰেম্ণা তৱ দেৱ সুদুৰ্লভম্।
যথা কথঞ্চিন্নৃহৰে মম ভূয়াদহৰ্নিশম্।।
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ দীপিকা ১০।।২৩।। (১০.৮৭.২৩)



ব্ৰহ্মা হৰ পুৰন্দৰ আদি দেৱ নিৰন্তৰ
যাত সদা পশয় শৰণে।
আৰ আন নাহি ত্ৰিভুৱনে।
ভকতজনৰ বন্ধু তুমিসে কৰুণাসিন্ধু
মোৰ গতি তোহ্মাৰ চৰণে।।৬৪।।
মায়াৰ নিগ্ৰহে মঞি পৰম আতুৰ ভৈলো
প্ৰাণ যদুপতি জীৱন যদুপতি।
অনাথৰ নাথ হৰি তুমি কৃপাময় বিনে
মোৰ আৰ নাহি আন গতি।।৬৫।।
হে প্ৰভু ভগৱন্ত ইটো সংসাৰত যত
আছে পাপী তাৰ মঞি সীমা।
চৰণে থাপিয়ো মোক পতিত পাৱন নিজ
দেখায়োক নামৰ মহিমা।।৬৬।।
তোহ্মাত বিমুখ হৰি হৈবাৰ দেখিয়া মায়া
মোৰ মতি কৰিলে মোহিত।
এৱে হৰি তযু পদে সেৱাতে যিমতে ৰহো
হেন কৃপা কৰিতে উচিত।।৬৭।।
নমো নমো নাৰায়ণ প্ৰসন্ন হুয়োক হৰি
কৰিয়োক মায়াক নিৰ্য্যাণ।
আপুনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰিয়ো পৰিত্ৰাণ।।৬৮।।

তোহ্মাৰ মায়ায়ে হৰি কপট গুণক ধৰি
মুহিয়াছে আমাক সমূলি।
গুচায়োক মায়া স্বামী তোহ্মাৰ চৰণে আমি
ভজিলোহো জয় জয় বুলি।।৬৯।।
মঞি অনাথক দায়া কৰহু পৰমানন্দ
দাস বুলি ধৰিয়ো মনত।
থৈয়ো নিজ ভৃত্যৰ সঙ্গত।
আঙ্গুলি মুখত কৰো দান্তে তৃণ তুলি ধৰো
কেশ ছিণ্ডি দেঞো চৰণত।।৭০।।
অপৰাধ বিনাশন তযু নাম নাৰায়ণ
জানি নামে পশিলো শৰণে।
আন গতি নাহিকে মৰণে।
অপৰাধ ক্ষমা কৰি তুমি দায়াশীল হৰি
মোক ৰক্ষা কৰিয়ো চৰণে।।৭১।।

## অনুনাথনা

তোহ্মাৰেসে অবিদ্যায়ে আমাক মুহিলে হৰি
নজানোহো তোহ্মাৰ তত্ত্বক।
তোহ্মাৰ চৰণে হৰি শৰণ পশিয়া সাৰ
কৰিলোহো তোহ্মাৰ নামক।।৭২।।

---

৬৯। জয় জয়াজিত জহ্যগজঙ্গমাবৃতিমজামুপনীতমৃষাগুণাম্।
ন হি ভৱন্তমৃতে প্ৰভৱন্ত্যমী নিগমগীতগুণাৰ্ণৱতা তৱ।।
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১।।১৪।। (১০.৮৭.১৪)



হে কৃষ্ণ তুমি মাত্ৰ চৈতন্যস্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৰৱ যতেক ইটো তোহ্মাৰ বিনোদ ৰূপ
চৰাচৰ মায়াৰ কল্পিত।।৭৩।।
তযু গুণনাম হৰি কেৱলে নিৰ্গুণ মাত্ৰ
আৰৱ সমস্তে গুণময়।
এতেক জানিয়া হৰি তোহ্মাৰ নামক মাত্ৰ
কৰিলোহো সাৰ কৃপাময়।।৭৪।।

## মহিমা

কৃষ্ণপাদপঙ্কজৰ সেৱাৰ মহিমা কথা
শুনি বড় আনন্দ মিলয়।
যাৰ ভকতৰ সঙ্গে সৰ্ব্বপুৰুষাৰ্থশিৰে
চড়ি আতি কৌতুক কৰয়।।৭৫।।
যদি ভৱভয় ভঙ্গ মনে ইচ্ছা কৰা ভাই
সদা সাধুসঙ্গ কৰা সাৰ।

---

৭২। ত্বদীক্ষণৱশক্ষোভমায়াবোধিতকৰ্ম্মভিঃ।
জাতান্ সংসৰতঃ খিন্নান্ নৃহৰে পাহি নঃ পিতঃ।।
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ দীপিকা, ১৬।।২৯।। (১০.৮৭.২৯)

৭৩। কৃষ্ণ ত্বমেৱ চিদ্ৰূপো নিত্যো’খণ্ডিতবোধৱান্।
ত্বদন্যদখিলং ৱিশ্বং মায়াকল্পিতমেৱ হি।।

এক ক্ষণমানে মাত্ৰ কেৱল সাধুৰ সঙ্গে
হোৱে নাৱ ভৱ তৰিবাৰ।।৭৬।।
হৰিকীৰ্ত্তনৰ মহা- আনন্দ সুখক আশে
কতো কতোসৰ মহাজনে।
মুকুতিসুখকো তেজি মহন্তজনৰ সঙ্গ
খোজে আতি কৃষ্ণৰ চৰণে।।৭৭।।
কিন্তু ইটো মহাধৰ্ম্ম মাধৱৰ জন্ম কৰ্ম্ম
বেদে যাৰ নজানে মহিমা।
হৰিনাম কীৰ্ত্তনত মিলে মোক্ষ আদি যত
কীৰ্ত্তনসুখৰ নাহি সীমা।।৭৮।।
মধুৰৰো সুমধুৰ হৰিৰ কীৰ্ত্তনৰস
মঙ্গলৰো পৰম মঙ্গল।
এতেকেসে মুকুতিকো তেজি হৰিগুণ গায়া
ফুৰে মহা মহন্তসকল।।৭৯।।
পৰম নিপুণসৱে বুজিয়া শাস্ত্ৰৰ তত্ত্ব
হৰিপদপঙ্কজে ভজিয়া।

---

৭৬। ইচ্ছসি চেত্ত্বং ভৱভয়ভঙ্গং কুৰু সততং সৎসাধোঃ সঙ্গং।
ক্ষণমপি সজ্জনসঙ্গতিৰেকা ভৱতি ভৱাৰ্ণৱতৰণে নৌকা।।
—মোহ-মুদ্গৰ (ভক্তি-ৰত্নাকৰ)

৭৭। ত্বৎকথামৃতপাথোধৌ ৱিহৰন্তো মহামুদঃ।
কুৰ্ব্বন্তি কৃতিনঃ কেচিচ্চতুৰ্ব্বৰ্গং তৃণোপমম্।।
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ৮।।২১।। ১০.৮৭.২১



হৰিকীৰ্ত্তনৰ মহা- নিৰ্ভৰ আনন্দে মজি
থাকে সুখে মুকুতি তেজিয়া।।৮০।।
গোৱিন্দৰ নামগুণ কীৰ্ত্তন কৰন্তে জানা
কিঞ্চিতেকো নাহিকে প্ৰয়াস।
নিজ গুণলুব্ধ হৰি কীৰ্ত্তন কৰন্তে আসি
হৃদয়তে হোৱন্ত প্ৰকাশ।।৮১।।
যিসৱ চতুৰ নৰে মাধৱৰ নামগুণ
কীৰ্ত্তন কৰন্ত সাৱধানে।
দেৱৰো দেৱতা হৰি তাহাৰ হৃদয় এড়ি
যাইবাক নপাৰে আন থানে।।৮২।।
যিটো দেৱ ভগৱন্ত বেদো যাক নজানন্ত
তেন্তে নিজ কীৰ্ত্তনত বশ্য।
জানি মাধৱৰ নাম কীৰ্ত্তন কৰিয়ো সদা
ইটো সৰে শাস্ত্ৰৰ ৰহস্য।।৮৩।।
হৰিভক্তি সৰোবৰে সন্তোষ অমৃতজলে
কৃষ্ণপাদপদ্ম প্ৰকাশয়।

---

৮১। প্ৰগায়তঃ স্ববীৰ্যাণি তীৰ্থপাদঃ প্ৰিয়শ্ৰৱাঃ।
আহুত ইৱ মে শীঘ্ৰং দৰ্শনং যাতি চেতসি।।
—ভাগৱত-পুৰাণ, ১.৬.৩৪

৮২। যে তু ত্বদীয়চৰণাম্বুজকোশগন্ধং
জিঘ্ৰন্তি কৰ্ণৱিবৰৈঃ শ্ৰুতিৱাতনীতম্।
ত্যক্ত্বা গৃহীতচৰণপৰতয়া চ তেষাং
নাপৈষি নাথ হৃদয়াম্বুৰুহাৎ স্বপুংসান্।।

**ৰামনাম ৰাজহংসে ছানিয়া আৰাৰ কৰে**
**শুনি আতি কৌতুক মিলয়।।৮৪।।**
**সমস্তে তীৰ্থত স্নান কৰিলেক সৰ্ব্ব যজ্ঞ**
**দীক্ষিত ভৈলেক সিটোজন।**
**সমস্তে দানৰ ফল সি সি জনে পাইলে আতি**
**যিটো কৰে হৰিৰ কীৰ্ত্তন।।৮৫।।**
**মাধৱে বোলন্ত মোক কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি**
**সদায় সুমৰে যিটোজনে।**
**জল হন্তে যেন পদ্ম নৰকৰপৰা তাঙ্ক**
**আপুনি উদ্ধাৰো ৰঙ্গ মনে।।৮৬।।**
**যদ্যপি দুৰ্জ্জন কলি হৰিৰ ভকতিপথ**
**কৰিলেক বিৰল প্ৰচাৰ।**
**একান্ত শৰণে যিটো শ্ৰৱণ কীৰ্ত্তন কৰে**
**ওচৰো নচাপে কলি তাৰ।।৮৭।।**

---

৮৫। স স্নাতঃ সৰ্ব্বতীৰ্থেযু সৰ্ব্বযজ্ঞেসু দীক্ষিতঃ।
সৰ্ব্বদানফলপ্ৰাপ্তো যস্তু সংকীৰ্ত্তয়েদ্ধৰিম্।।

৮৬। কৃষ্ণ কৃষ্ণেতি কৃষ্ণেতি যো মাং স্মৰতি নিত্যশঃ।
জলং ভিত্ত্বা যথা পদ্মং নৰকাদুদ্ধৰাম্যহম্।।
—পাণ্ডৱী-গীতা; নৰসিংহ পুৰাণ, ৮.২৭ (ভক্তি-বিৱেক, ৩০৭)

৮৭। অস্তি ৱিষ্ণু-ভক্তিৰ্নাম মহাপ্ৰভাৱা সিদ্ধযোগীনি। সা যদ্যপি কলিনা ৱিৰলপ্ৰচাৰিতা, তথাপি তদৱলোকিতান্ লোকানৱলোকয়িতুং ন প্ৰভৱামো ৱয়ম্।



**পৰম পুৰুষ দেৱ পৰম কাৰণ প্ৰভু**
**পৰম ঈশ্বৰ ভগৱন্ত।**
**সদানন্দ সদাশিৱ সত্য সনাতন হৰি**
**জয় জয় অচিন্ত্য অনন্ত।।৮৮।।**

## আত্ম-উপদেশ

**হে জিহ্বা সদা তোৰ মধুৰেসে মাত্ৰ প্ৰিয়**
**জান তঞ্চি ৰসৰ সাৰক।**
**আন তেজি নিৰন্তৰে কৰিয়োক মাত্ৰ পান**
**নাৰায়ণ নাম অমৃতক।।৮৯।।**
**হে জিহ্বা তঞ্চি সদা আহ্মাত নিৰ্দ্দয় ভৈলি**
**কেনে নোবোলস ৰামবাণী।**
**সংসাৰ সাগৰে ইটো হৰিসে সুদৃঢ় নাৱ**
**জানি হৰি বুলিয়ো কল্যাণী।।৯০।।**
**হে কৰ্ণ সদা তোৰ শবদ মাত্ৰসে প্ৰিয়**
**তঞ্চি শব্দ মধুৰ জানস।**

---

৮৯। হে জিহ্বে ৰসসাৰজ্ঞে সৰ্ব্বদা মধুৰপ্ৰিয়ে।
নাৰায়ণাখ্যমমৃতং পিৱ জিহ্বে নিৰন্তৰম্।।
—পাণ্ডৱী-গীতা

৯০। হে জিহ্বে ময়ি নিঃস্নেহে হৰিং কিং ত্বং ন ভাষসে।
হৰীতি ৱদ কল্যাণি সংসাৰাৰ্ণৱনৌৰ্হৰিঃ।।

কোটি অমৃততোধিক পৰম মধুৰ শব্দ
শুন সদা কৃষ্ণ নাম যশ।।৯১।।
হে মন তোৰ কাম সঙ্কল্প বিকল্প ধৰ্ম্ম
তেজি মিছা কামনা সকল।
সদায়ে সঙ্কল্প মাত্ৰ কৰিয়ো সুহৃদ মন
কৃষ্ণনাম পৰম মঙ্গল।।৯২।।
শুনিয়ো হৃদয় হেৰ ব্ৰহ্মাণ্ড ভিতৰে যত
বস্তু আছে তোক নোজোড়য়।
তাক তেজি কৃষ্ণনাম অক্ষয় অমৃত পিয়া
সন্তোষক লভিয়ো হৃদয়।।৯৩।।
শুনিয়োক বুদ্ধি তোৰ কেৱলে নিশ্চয় ধৰ্ম্ম
তেজি সৱ বিনাশী বিষয়।
সদা শুদ্ধ সুমঙ্গল অক্ষয় কৃষ্ণৰ নাম
তাকে মাত্ৰ কৰিয়ো নিশ্চয়।।৯৪।।
শুন হেৰ অহঙ্কাৰ নিচিন্ত আপুন মাৰ
মিছা অহম্মমক তেজিয়ো।
পৰম ঈশ্বৰ কৃষ্ণ হুয়োক তাহান দাস
সাধুসঙ্গে কৃষ্ণক ভজিয়ো।।৯৫।।
শুনিয়োক চিত্ত হেৰ পৰম ৰহস্য বাণী
তুমি শুদ্ধ জ্ঞানৰ আলয়।

৯২। পা. তেজি মিছা ব্যাপাৰসকল



কৃষ্ণ নিত্য শুদ্ধ বুদ্ধ পৰম ঈশ্বৰ দেৱ
নছাড়িবা তাহান আশ্ৰয়।।৯৬।।
কৃষ্ণ নিজ ইষ্টদেৱ আত্মা প্ৰিয়তম গুৰু
সুহৃদ সোদৰ বন্ধুজন।
কৃষ্ণে মোৰ মতি গতি কৃষ্ণত ভকতি ৰতি
কৃষ্ণপাৱে নিমজোক মন।।৯৭।।

## আত্ম নিন্দা

শান্ত চিদানন্দ শুদ্ধ অনন্ত মহিমা নিত্য
নিৰ্ম্মল তৰঙ্গচয় হীন।
হেনয় পৰমানন্দ অমৃতসাগৰে মজি
আচান্ত নকৰি বুদ্ধিক্ষীণ।।৯৮।।
হে হৰি সাৰশূন্য মৃগতৃষ্ণাৰ্ণৱজলে
শ্ৰান্ত হুয়া মহামোহ পাঞো।
স্নান পান আচমন কৰোহো ৰমণ তাতে
কতোহো উপঙ্গো তল যাঞো।।৯৯।।

৯৮। শান্তে'নন্তমহিম্নি নিৰ্মলচিদানন্দে তৰঙ্গাৱলি।
নিৰ্মুক্তে'মৃতসাগৰাম্ভসি মনাত্মগ্নো'পি নাচামতি।।
(কৃষ্ণমিশ্ৰ, প্ৰবোধ-চন্দ্ৰোদয় নাটক)

৯৯। নিঃসাৰে মৃগতৃষ্ণিকাৰ্ণৱজলে শ্ৰান্তো ৱিমূঢ়ঃ।
পিৱত্যাচমত্যৱগাহতে'ভিৰমতে মজ্জত্যথোন্মজ্জতি।।
(কৃষ্ণমিশ্ৰ, প্ৰবোধ-চন্দ্ৰোদয় নাটক)

## বস্তু প্ৰকাশ

পৰম অমূল্য ৰত্ন হৰিৰ নামৰ পেড়া
আতি গুপ্ত স্বৰূপে আছিল।
লোকক কৃপায়ে হৰি শঙ্কৰ স্বৰূপে আসি
মুদ ভাঙ্গি সমস্তকে দিল।।১০০।।

হৰিনাম প্ৰেমৰস অমৃত নিধিক বান্ধি
গুপ্ত কৰি থৈলা দেৱগণে।
দয়ালু শঙ্কৰে পাই তুলি মুদ ভাঙ্গি দিলা
সুখে পান কৰে সৰ্ব্বজনে।।১০১।।

হৰিনাম গুপ্ত ভৈল মনুষ্যত পূজা ৰৈল
বুলি ৰঙ্গ কৰে দেৱ সৰ্ব্ব।
হেন হৰিনাম ধৰ্ম্ম শঙ্কৰে বিদিত কৰি
চূৰ কৈলা দেৱতাৰ গৰ্ব্ব।।১০২।।

## প্ৰশংসা

বেদৰ বিহিত যত আছে ধৰ্ম্ম সংসাৰত
সৰে হৰিনামৰ কিঙ্কৰ।
হেন জানি যিটোজনে নামৰ কীৰ্ত্তন কৰে
সেহিসে পৰম সাধু নৰ।।১০৩।।



## অনুধিতা

হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱজাক।
হেনয় দ্বাৰত বেত্ৰ- প্ৰহাৰ পাইবাৰ যোগ্য
হঞো আমি কমন বৰাক।।[১০৪]।।

## নাম

অচ্যুত কেশৱ বিষ্ণু হৰি সত্য জনাৰ্দ্দন
হংস নাৰায়ণ অষ্ট নাম।
পৰম মঙ্গলৰূপ যিটো অহৰ্নিশে লৱে
তাৰ পূৰ্ণ হোৱে মনস্কাম।।[১০৫]।।

## পৰমাৰ্থ সাৰ

মাধৱ মাধৱ নাম বচনত সুমৰয়
মাধৱ মাধৱ হৃদয়ত।

---

১০৪। যত্ৰ ৱেত্ৰপ্ৰহাৰাণাং পাত্ৰমিন্দ্ৰাদয়ঃ সুৰাঃ।
মুৰাৰেৰ্ভৱনদ্বাৰি ৱৰাকাস্তত্ৰ কে ৱয়ম্।।
১০৫। অচ্যুতং কেশৱং বিষ্ণুং হৰিং সত্যং জনাৰ্দনং।
হংসং নাৰায়ণঞ্চৈৱ ৱিষ্ণোৰ্নামাষ্টকং শুভম্।।

নিৰন্তৰে সাধুসৱে মাধৱ মাধৱ নাম
উচ্চৰয় সমস্তে কাৰ্য্যত।।১০৬।।
পৰম মঙ্গল ৰূপ মাধৱ মাধৱ নাম
যিটো মহাজনে উচ্চৰয়।
তাৰ অমঙ্গল ৰূপ গুচয় সংসাৰ ভয়
মাধৱৰ নিকট পাৱয়।।১০৭।।
দুঃস্বপ্ন নাশন ইটো মাধৱ মাধৱ নাম
দুষ্ট গ্ৰহভয় বিনাশন।
পৰম সম্পদ ৰূপ জানি মাধৱৰ নাম
সৰ্ব্বদায়ে কৰিয়ো কীৰ্ত্তন।।১০৮।।
মাধৱেসে আত্মা নিজ মাধৱেসে ইষ্ট গুৰু
মাধৱেসে দেৱতা পৰম।
পৰম ঈশ্বৰ স্বামী জানি মাধৱক ভজা
মনুষ্যৰ ইসি নিজ ধৰ্ম্ম।।১০৯।।
পৰম চতুৰ সি সি বুদ্ধিত কুশল আতি
যিটো মাধৱৰ গুণ গাৱে।
মিছা কলেৱৰগোটে মুকুতি বণিজ কৰি
ভৱ তৰি মাধৱক পাৱে।।১১০।।

১০৬। মাধৱ মাধৱ ৱাচি মাধৱ মাধৱ হৃদি।
স্মৰন্তি মাধৱঃ সৰ্ব্বে সৰ্ব্বকাৰ্যেষু মাধৱম্।।



যিজনে একান্ত চিত্তে মাধৱক ভজি নিতে
ফুৰে মাধৱৰ গুণ গাই।
দুৰ্ল্লভ অমৃত যেন যিজনে কৰিলে পান
মধুৰ পিবাক আৰ নাই।।১১১।।
ভজ ভাই মাধৱক স্মৰ ভাই মাধৱক
গাৱ ভাই মাধৱৰ গুণ।
নিচিন্তি আপুন মাৰ সুখে আপুনাক তাৰ
হুয়ো ভাই পৰম নিপুণ।।১১২।।

## সাৰনিৰ্ণয়

ভগৱন্ত ঈশ্বৰৰ গুণসমূহক যিটো
শুনিতে উদ্যম কৰে নৰ।
তেখনৰেপৰা সিটো জানিবা নিশ্চয় কৰি
ভৈল আতি শুদ্ধ নিৰ্ম্মৎসৰ।।১১৩।।
ঈশ্বৰ কৃষ্ণসে নিষ্ঠ পৰম আৰাধ্য দেৱ
মোৰ তান নামে নিজ গতি।
হেনয় নিশ্চয় যিটো কৰিলেক নিতে আতি
সি সি জন পৰম সুকৃতি।।১১৪।।

১১৩। ভগৱদ্গুণসন্দোহং শ্ৰোতুং যশ্চ সমুদ্যতঃ।
ভৱেন্নিৰ্মৎসৰঃ শুদ্ধঃ স তং কিং ৱৰ্ণয়াম্যতঃ।।
১১৪। ঈশ্বৰঃ পৰমো দেৱো মম তন্নাম তাৰকম্।
ইতি যো নিশ্চিতো নিত্যং কৃতিনং তং পৰং ৱিদুঃ।

**সংসাৰৰ ইন্দ্ৰ কৃষ্ণ তাহান নামক যিটো**
**অজ্ঞানতো চাণ্ডালে লৱয়।**
**হেনয় পৱিত্ৰ সিটো জানিবা যজ্ঞত আনি**
**পাত্ৰ পাতিবাৰ যোগ্য হয়।।১১৫।।**
**ৰাম ৰাম ৰাম বাণী পৰম মঙ্গলৰূপ**
**যাৰ মুখে প্ৰকাশ কৰয়।**
**চিৰকালে মহাতীৰ্থ কৰিয়া পৱিত্ৰ হুয়া**
**তাকো কদাচিতো তুল্য নয়।।১১৬।।**
**জগত আশ্ৰয় কৃষ্ণ তাহান অব্যয় স্থান**
**তাক প্ৰতি যেৱে আছে মন।**
**ভগৱন্ত ঈশ্বৰৰ চৰণপঙ্কজে সদা**
**হুয়ো তেৱে একান্ত শৰণ।।১১৭।।**
**পৰম নিৰ্ম্মল ধৰ্ম্ম হৰিনাম কীৰ্ত্তনত**
**সমস্তে প্ৰাণীৰ অধিকাৰ।**
**এতেকেসে হৰিনাম সমস্তে ধৰ্ম্মৰ ৰাজা**
**এহি সাৰ শাস্ত্ৰৰ বিচাৰ।।১১৮।।**

---

১১৫। অপি চেৎ স্বপচো নাম সংসাৰেন্দ্ৰস্য চাৱশাৎ।
যদি গৃহ্নাতি সো'প্যাত্ৰ যজ্ঞায় পৰিকল্পতে।।

১১৬। ৰাম ৰামেতি ৰামেতি যস্য ৱক্ত্ৰে ভৱত্যলম্।
ন তস্য তুল্যতাং যাতি চিৰতীৰ্থাটনং মহৎ।।

১১৭। যদীচ্ছসি জগদ্ধামধামৱ্যায়মত্যুত্তমম্।
ভগৱত্যম্বুজাক্ষে চ সদৈকশৰণো ভৱ।।



**বৰ্ণাশ্ৰম ধৰ্ম্ম যত যাৰ যেন বিধি আছে**
**তাৰেসে কেৱলে অধিকাৰ।**
**হৰিনাম কীৰ্ত্তনত নাহিকে নিয়ম একো**
**এতেকেসে ধৰ্ম্ম মাজে সাৰ।।১১৯।।**

## হৰবাৰ

**অধমে কেৱলে দোষ লৱয় মধ্যমে গুণ-**
**দোষ লৱে কৰিয়া বিচাৰ।**
**উত্তমে কেৱলে গুণ লৱয় উত্তমোত্তমে**
**অল্প গুণ কৰয় বিস্তাৰ।।১২০।।**
**দোষৰ সাগৰ কলি তাকো পৰীক্ষিত ৰাজা**
**গুণ দেখি কৰিলা ৰক্ষণ।**
**মহাপাপী অন্ত্যজাতি তৰয় কলিত সুখে**
**মুখে কৰি হৰিৰ কীৰ্ত্তন।।১২১।।**

---

১২০। দোষান্ পৰেষাং হি গুণেষু সাধৱো
গৃহ্ণান্তি কেচিন্ন ভৱাদ্দৃশা দ্বিজ।
গুণাঞ্চ ফল্গুন্ বহুলীকৰিষ্ণৱো
মহত্তমাস্তেষ্বৱিদদ্ভৱানঘম্।।

—ভাগৱত-পুৰাণ, ৪.৪.১২

১২১। কলেৰ্দোষনিধে ৰাজনস্তি হ্যেকো মহান্ গুণঃ।
কীৰ্ত্তনাদেৱ কৃষ্ণস্য মুক্তবন্ধঃ পৰং ৱ্ৰজেৎ।।

—ভাগৱত পুৰাণ, ১২.৩.৫১ (ৰত্নাকৰ ২১.১৬)

**অবিদ্যাজনিত সুখ সত্যলোক আদি কৰি**
**আত নিৰপেক্ষ নিৰন্তৰ।**
**কেৱলে চিদংশ শুদ্ধি কৰণেসে মাত্ৰ জানা**
**পুৰুষাৰ্থ মুমুক্ষুজনৰ।।১২২।।**
**বিদ্যা-অবিদ্যা জন্য সুখে নিৰপেক্ষ হুয়া**
**কৰিল আপুন মন থিৰ।**
**সকল জগত ইটো বাসুদেৱময় মাত্ৰ**
**পুৰুষাৰ্থ জানিবা জ্ঞানীৰ।।১২৩।।**
**সমস্তে সুখক তেজি পুৰুষোত্তমৰ প্ৰেম**
**ভকতিক কৰিল আশ্ৰয়।**
**ভকতসৱৰ এহি পুৰুষাৰ্থ মনোনীত**
**আনো সুখ অধিক পাৱয়।।১২৪।।**
**মুমুক্ষুজনৰ যেৱে অবিদ্যাজনিত সুখে**
**বিৰকতি ভৈল আতিশয়।**
**কেৱলে আত্মাত মাত্ৰ সদায় ৰমণ কৰে**
**তেৱে বিধিকিঙ্কৰ গুচয়।।১২৫।।**
**জ্ঞাননিষ্ঠজনে বিদ্যা- অবিদ্যা জনিত দুয়ো**
**সুখে বিৰকতি ভৈল যেৱে।**
**বাসুদেৱময় মাত্ৰ দেখয় জগত ইটো**
**বিধিৰ কিঙ্কৰ গুচে তেৱে।।১২৬।।**



**পুৰুষোত্তমৰ প্ৰেম ভকতি সুখক মাত্ৰ**
**নিশ্চয় কৰিলা যিটোজন।**
**শৰণ কালৰেপৰা বিধিৰ কিঙ্কৰ গুচি**
**কৰে সদা শ্ৰৱণ কীৰ্ত্তন।।১২৭।।**
**ভাৰত ৰত্নৰ দীপ মনুষ্য শৰীৰ নৌকা**
**ৰামনাম মহাৰত্ন সাৰ।**
**হেনয় বাণিজ পাই যিটো জীৱ নতৰয়**
**তাত পৰে দুখী নাহি আৰ।।১২৮।।**

## প্ৰাৰ্থনা

**তুমি চিত্তবৃত্তি মোৰ প্ৰৱৰ্ত্তক নাৰায়ণ**
**তুমি নাথ মঞি নাথৱন্ত।**
**চৰণ ছত্ৰৰ ছায়া দিয়া দূৰ কৰা মায়া**
**কৰা দায়া মোক ভগৱন্ত।।১২৯।।**
**তুমি মোৰ অন্তৰ্য্যামী তযু ভৃত্য ভৈলো আমি**
**জানি কৃপা কৰা হৃষীকেশ।**

---

১২৬। জ্ঞাননিষ্ঠো ৱিৰক্তো ৱা মদ্ভক্তো ৱা’নপেক্ষকঃ।
সলিঙ্গানাশ্ৰমাংস্ত্যক্ত্বা চৰেদৱিধিগোচৰঃ।।
—ভাগ. ১১.১৮.২৮

**দান্তে তৃণ তুলি লঞো যিমতে সেৱাত ৰঞো**
**দিয়া মোক সেহি উপদেশ।।১৩০।।**
**তুমি ভক্ত কল্পতৰু বাহিৰে ভিতৰে গুৰু**
**তুমি বিনে নাহি মোৰ আৰ।**
**কৃপা কৰা হে হৰি চৰণত ৰক্ষা কৰি**
**দিয়া মোক সেৱাৰস সাৰ।।১৩১।।**
**তুমি হৰি কৃপাময় বাহিৰত গুৰু ৰূপে**
**অনুগ্ৰহ কৰি আছা মোক।**
**অন্তৰ্য্যামী গুৰু ৰূপে তাকে সত্য কৰা মোৰ**
**তযু নামে সদা ৰতি হৌক।।১৩২।।**
**হে কৃষ্ণ হে বাসুদেৱ দৈৱকী নন্দন হৰি**
**নমো নন্দগোপৰ কুমাৰ।**
**কৃপাময় শ্ৰীগোৱিন্দ তযু পদ অৰৱিন্দ**
**কৰো মঞি লক্ষ নমস্কাৰ।।১৩৩।।**
**পদ্মসম নাভি যাৰ প্ৰণামোহো বাৰম্বাৰ**
**নমো দিব্য পদ্মমালাধাৰী।**

১৩৩। কৃষ্ণায় ৱাসুদেৱায় দেৱকীনন্দনায় চ।
নন্দগোপকুমাৰায় গোৱিন্দায় নমো নমঃ।।
—ভাগৱত-পুৰাণ ১.৮.২১



**নমো পদ্ম সম নেত্ৰ পদ যাৰ শতপত্ৰ**
**নমো ভকতৰ ভয়হাৰী।।১৩৪।।**
**বসুদেৱ সুত কৃষ্ণ তুমি ভকতৰ ইষ্ট**
**কংস চাণূৰাদি বিমৰ্দ্দন।**
**দেৱকী হৃদয়ানন্দ জগতৰ গুৰু কৃষ্ণ**
**তযু পাৱে কৰোহো বন্দন।।১৩৫।।**
**মোৰ সম পাপী লোক নাহিকে ই তিনি লোক**
**তুমি সম নাহি পাপহাৰী।**
**ই জানি গোৱিন্দ মোক যেন যুৱাই কৰিয়োক**
**তুৱা পদে কৰোহো গোহাৰি।।১৩৬।।**
**সহস্ৰ সহস্ৰ আতি অপৰাধ দিনে ৰাতি**
**কৰো মঞি মহা মূঢ়জন।**
**আমি প্ৰভু তযু দাস আকে মানি জগবাস**
**ক্ষমিয়োক শ্ৰীমধুসূদন।।১৩৭।।**

১৩৪। নমঃ পঙ্কজনাভায় নমঃ পঙ্কজমালিনে।
নমঃ পঙ্কজনেত্ৰায় নমস্তে পঙ্কজাঙ্ঘ্ৰয়ে।।
—ভাগৱত-পুৰাণ, ১.৮.২২, ১০.৫৯.২৬

১৩৫। ৱসুদেৱসুতং কৃষ্ণং কংসচাণূৰমৰ্দ্দনম্।
দেৱকীহৃদয়ানন্দং কৃষ্ণং ৱন্দে জগদগুৰুম্।। —গীতা-মহাত্ম্য (?)

১৩৬। মৎসমঃ পাতকী নাস্তি তৎসমো নাস্তি পাপহা।
ইতি ৱিজ্ঞায় গোৱিন্দ যথাযোগ্যং তথা কুৰু।।

ধৰ্ম্মক জানোহো মঞিঃ তথাপি প্ৰবৃত্তি নাই
অধৰ্ম্মতো নিবৃত্তি নোহয়।
হৃদিস্থিত হুয়া তুমি যেন কৰাবাহা স্বামি
হৃষীকেশ কৰিবো তেহ্নয়।।১৩৮।।
নজানোহো আৱাহন নজানোহো বিসৰ্জ্জন
পূজামন্ত্ৰ নজানো কিঞ্চিত।
এতেকে পৰমেশ্বৰ দাস ভৈলো চৰণৰ
মোৰ গতি সাধিবে উচিত।।১৩৯।।

## নামান্বয়

কৃষ্ হেন শব্দ ইটো পৃথিৱী ৰাচক ভৈল
ণ আনন্দত প্ৰৱৰ্ত্তয়।
দুইৰো এক পদ ভৈলে পৰমব্ৰহ্মৰূপ কৃষ্ণ
নাম আনন্দক মাত্ৰ কয়।।১৪০।।

১৩৭। অপৰাধসহস্ৰাণি ক্ৰিয়ন্তে'হৰ্নিশং ময়া।
দাসো'য়মিতি মাং মত্বা ক্ষমস্ব মধুসূদন।।
১৩৮। জানামি ধৰ্ম্মং ন চ মে প্ৰবৃত্তি-
ৰ্জা নাম্যধৰ্ম্মং ন চ মে নিবৃত্তিঃ।
ত্ত্বয়া হৃষীকেশ হৃদিস্থিতেন
যথা নিযুক্তো'স্মি তথা কৰোমি।। —পাণ্ডৱী-গীতা।
১৩৯। আৱাহনং ন জানামি ন জানামি ৱিসৰ্জ্জনম্।
পূজামন্ত্ৰং ন জানামি ত্বং গতিঃ পৰমেশ্বৰ।।



ঈশ্বৰৰ পদসেৱা কৰন্তে জীৱৰ যত
কৃশতা গুচয় নিৰন্তৰ।
এহি হেতুতেসে জানা ঈশ্বৰক বুলি কৃষ্ণ
প্ৰসিদ্ধ অন্বয় মনোহৰ।।১৪১।।
নিৰন্তৰে নিজানন্দ- সুখ পৰিপূৰ্ণ ৰূপ
অখণ্ড আনন্দ নুগুচয়।
এতেকেসে সদানন্দ নিত্যানন্দ নামে ইটো
ঈশ্বৰকে বুলিয় নিশ্চয়।।১৪২।।
ক্, অ, ঈশ পদে ব্ৰহ্মা বিষ্ণু মহেশ্বৰ
প্ৰতি প্ৰতি তিনিৰো অন্বয়।
ৰ পদে নাৰায়ণে তিনিকো আছয় ছান্দি
এহি হেতু কেশৱ বোলয়।।১৪৩।।
ঈশ্বৰ কৃষ্ণৰ পদ সেৱন্তে জীৱৰ চ্যুতি
গুচয় সংসাৰ অদভূত।
এহি হেতুতেসে জানা যতেক মহন্তসৱে
ঈশ্বৰক বোলয় অচ্যুত।।১৪৪।।

১৪০। কৃষিৰ্ভুৱাচকঃ শব্দো ণশ্চ নিবৃত্তিৱাচকঃ।
দ্বয়োৰৈক্যাৎ পৰব্ৰহ্ম কৃষ্ণ ইত্যভিধীয়তে।।—উদ্যোগ ৭.৮
১৪৩। কো ব্ৰহ্মা ইশঃ ৰুদ্ৰস্তে আত্মনি স্বৰূপে ৱসতি প্ৰলয়কালে
উপাধিৰূপমূৰ্ত্তিত্ৰয়ং মুক্ত্বা একমাত্ৰপৰমাত্মস্বৰূপেণাৱতিষ্ঠতে।

**ঈশ্বৰ কৃষ্ণৰ পদে ভজিয়া অধমসৰো**
**আতিশয় হোৱয় উত্তম।**
**এহি হেতুতেসে জানা লোকত প্ৰসিদ্ধ ভৈল**
**ঈশ্বৰৰ নাম নৰোত্তম।।১৪৫।।**
**ঈশ্বৰক জানি নৰে ভজিয়া মায়াক তৰে**
**সিংহ যেন ভ্ৰমন্ত নিৰ্ভয়।**
**এতেকেসে ঈশ্বৰৰ নাম নৰসিংহ ভৈল**
**মহাজনসকলে কহয়।।১৪৬।।**
**ঈশ্বৰৰ পাদপদ্ম ভজি শুদ্ধচিত্ত হুয়া**
**অধমো তেজয় বামানয়।**
**এহি হেতুতেসে থাকি নিৰন্তৰে মহাজনে**
**ঈশ্বৰক বামন বোলয়।।১৪৭।।**
**মোক্ষ আদি কৰি সুখ ঈশ্বৰ সেৱাৰ জানা**
**অণু একো নুহি সমসৰ।**
**এহি হেতু মহাজনে জানিবা পৰমানন্দে**
**নাম ধৰি আছন্ত ঈশ্বৰ।।১৪৮।।**

১৪৪। ন চ্যৱন্তে মহাভক্তা মহতাং প্ৰলয়াদপি। অতো’চ্যুতে’খিলে লোকে ভগৱান্ পৰিকীৰ্ত্ত্যতে।।—স্কন্দ-পুৰাণ, কাশীখণ্ড ২০.১০



**যিহেতু কৃষ্ণেসে আত্মা এতেকেসে জীৱৰাশি**
**নিৰন্তৰে আনন্দ লভয়।**
**এহি হেতু সৰ্ব্বানন্দ নাম ধৰি আছা হৰি**
**মহাজনে জানিবা নিশ্চয়।।১৪৯।।**
**যি কাৰণে নাৰায়ণে পঞ্চভূতে পঞ্চবৰ্ণ**
**মালা পিন্ধি প্ৰকাশ কৰন্ত।**
**এহি হেতু নিৰন্তৰে জানিবাহা বনমালী**
**নাম ধৰি আছা ভগৱন্ত।।১৫০।।**
**ঈশ্বৰ সেৱাৰ সুখ লভিয়া ইন্দ্ৰিয় জন্য**
**সুখ জীৱে অধঃকৃত কৰে।**
**এহি কাৰণত সৰে জানিবাহা অধোক্ষজ**
**নাম ধৰি আছা দামোদৰে।।১৫১।।**
**চৈতন্যত কৰি পৰ মায়াত উপজি যত**
**আছে তাক ৰমাৱন্ত হৰি।**
**এহিসে কাৰণে জানা পৰম ঈশ্বৰ প্ৰভু**
**পৰ্শুৰাম নাম আছা ধৰি।।১৫২।।**
**চৈতন্য শক্তিৰ দ্বাৰে ইটো জড় জগতক**
**ৰমাৱন্ত কৰ্ম্ম অনুৰূপে।**
**এতেকেসে ঈশ্বৰৰ পৰম প্ৰসিদ্ধ ৰাম**
**নাম আক জানিবা স্বৰূপে।।১৫৩।।**

অনন্ত চৈতন্য আত্মা সদানন্দ ঈশ্বৰত
যোগীজনে সদায় ৰময়।
এহি হেতু ৰাম পদে পৰমব্ৰহ্ম স্বৰূপক
কহে ৰামনামৰ অন্বয়।।১৫৪।।

## দুলড়ি

স্মৰণ মাত্ৰকে যিহেতু দুৰ্ঘোৰ
সংসাৰ দুখ হৰন্ত।
এহি হেতুতেসে ঈশ্বৰক হৰি
বোলয় যত মহন্ত।।১৫৫।।
আত্মাৰূপে জানা ইটো জগতত
আছন্ত হুয়া প্ৰৱেশ।
এহি হেতুতেসে ঈশ্বৰক বিষ্ণু
বুলিয় নাম বিশেষ।।১৫৬।।

---

১৫৪। ৰমন্তে যোগিনো’নন্তে নিত্যানন্দে চিদাত্মনি।
তেন ৰামপদেনা’সৌ পৰংব্ৰহ্মা’ভিধীয়তে।।
—পদ্ম-পুৰাণ, উত্তৰ-খণ্ড, ২৫৪.২১

১৫৫। সংসাৰ ঘোৰদুঃখৌঘং হৰতি স্মৃতিমাত্ৰতঃ।
অতো ৱৈ শূৰিভির্নিত্যং হৰীতি পৰিকীৰ্ত্তিতঃ।।

১৫৬। যস্মাদ্বিশ্বমিদং সৰ্ব্বং তস্য শক্ত্যা মহাত্মনঃ।
তস্মাদেৱোচ্যতে ৱিষ্ণুৰ্ব্বিশধাতোঃ প্ৰৱেশনাৎ।।



ইন্দ্ৰিয় বৰ্গত যিহেতু ঈশ্বৰ
আছন্ত হুয়া প্ৰৱেশ।
এতেকে মহন্ত- সকলে বোলয়
ঈশ্বৰক হৃষীকেশ।।১৫৭।।
অন্তৰ্য্যামী ৰূপে যিহেতু জীৱক
সুখ দুঃখ ভুঞ্জাৱন্ত।
এতেকেসে পৰ- মাত্মা নাম ধৰি
আছন্ত প্ৰভু অনন্ত।।১৫৮।।
পৰম ঈশ্বৰ- স্বৰূপে জীৱৰ
আছন্ত হুয়া আশ্ৰয়।
এতেকেসে তাঙ্ক বুলি নাৰায়ণ
নামৰ দিব্য অন্বয়।।১৫৯।।
অহঙ্কাৰ আদি একোৱে উপাধি
কৰিতে নপাৰে ছন।
এহিসে কাৰণে মহন্তসকলে
বোলে তাঙ্ক নিৰঞ্জন।।১৬০।।
সত্ত্ব ৰজ তম তিনি গুণ বৃত্তি
লুপ্ত তাঙ্ক নকৰয়।
সেহিসে কাৰণে বেদশাস্ত্ৰগণে
বোলে তাঙ্ক নিৰাময়।।১৬১।।

যতেক প্ৰাকৃত আকাৰ বৰ্জ্জিত
বৈলন্ত যিহেতু হৰি।
সেহি হেতুতেসে নিৰাকাৰ নাম
আছন্ত ঈশ্বৰে ধৰি।।১৬২।।
মা পদে লক্ষ্মী- দেৱীক বোলয়
তাহান স্বামী ঈশ্বৰ।
এতেকেসে তাঙ্ক বোলয় মাধৱ
মহাজন নিৰন্তৰ।।১৬৩।।
জনা পদে মায়া- দেৱীক বোলয়
ভক্তৰ মায়া মৰ্দ্দন্ত।
এহি হেতুতেসে জনাৰ্দ্দন নাম
ধৰি আছা ভগৱন্ত।।১৬৪।।
মধুমতী মায়া উন্মত কৰায়া
আছে যত জীৱগণ।
ভক্তৰ মায়াক পীড়ন নিমিত্তে
বোলয় মধুসূদন।।১৬৫।।

১৬৩। মা লক্ষ্মীস্তস্যা ধৱঃ মায়ায়াৰ্ব্বিদ্যায়াঃ ধৱ ইতি ৱা।
জনাং ভক্তস্য মায়ামৰ্দ্দয়তীতি জনাৰ্দ্দনঃ।।
১৬৪। যত্ৰ যেষু জনয়তি সৰ্ব্বং জগদিতি জনা মায়া ভক্তস্য
তামৰ্দ্দয়তীতি জনাৰ্দ্দনঃ।।
—ভক্তি-ৰত্নাকৰ, ৩.২ (টীকা)



গো পদে বেদ ইন্দ্ৰিয়ক বুলি
কৰন্ত তাক পালন।
এতেকেসে তাঙ্ক বোলয় গোপাল
জানিবাহা মহাজন।।১৬৬।।
ইন্দ্ৰ অদি দেৱে গোৰ ইন্দ্ৰ পাতি
কৰিলন্ত অভিষেক।
পৰম প্ৰসিদ্ধ গোৱিন্দ নামক
ধৰিলা হৰি প্ৰত্যেক।।১৬৭।।
দেশ কালে তাঙ্ক একোৱে প্ৰকাৰে
কৰিতে নপাৰে অন্ত।
এহি হেতুতেসে ঈশ্বৰৰ নাম
প্ৰসিদ্ধ বৈল অনন্ত।।১৬৮।।
যত বেদবাদী বেদক বিচাৰি
কৰিতে নপাৰে আদি।
এতেকেসে তান পৰম প্ৰখ্যাত
হুয়াছে নাম অনাদি।।১৬৯।।
অধম পুৰুষো হোৱয় উত্তম
ভজিয়া যাৰ চৰণে।

১৬৭। ইন্দ্ৰঃ সুৰৰ্ষিভিঃ সাকং নোদিতো দেৱমাতৃভিঃ।
অভ্যষিঞ্চত দাশাৰ্হং গোৱিন্দ ইতি চাভ্যধাৎ।।
—ভাগৱত-পুৰাণ, ১০.২৭.২৩

পুৰুষোত্তম নামক ধৰিয়া
আছন্ত এহি কাৰণে।।১৭০।।
ক্ষৰ পদে ইটো দেহক বুলিয়
অক্ষৰ শবদে ব্ৰহ্ম।
দুইতো কৰি হৰি উত্তম নিমিত্তে
প্ৰখ্যাত পুৰুষোত্তম।।১৭১।।
প্ৰকৃতি পুৰুষ দুইতো কৰি পৰ
দুইহানো নিজ কাৰণ।
পৰম ঈশ্বৰ নামক ধৰিয়া
আছা তাতে নাৰায়ণ।।১৭২।।
কৰ্ম্ম অনুসাৰে ইটো জগতক
পালন্ত হৰি সাক্ষাত।
এহি হেতুতেসে জগন্নাথ নাম
আছন্ত হুয়া প্ৰখ্যাত।।১৭৩।।
ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ
গুচয় মায়াৰ ভ্ৰম।
ব্ৰহ্ম পদে শুদ্ধ জীৱক বুলিয়
ঈশ্বৰক পৰমব্ৰহ্ম।।১৭৪।।

১৭১। যস্মাৎ ক্ষৰমতীতো'হমক্ষৰাদপি চোত্তমঃ।
ততো'স্মি লোকে ৱেদে চ প্ৰথিতঃ পুৰুষোত্তমঃ।।
—ভগৱদ্-গীতা, ১৫.১৮



অন্তৰ্য্যামী ৰূপে জীৱ আদি কৰি
নিয়মন্ত সমস্তক।
এহি হেতুতেসে পৰমাত্মা পদে
বুলি জানা ঈশ্বৰক।।১৭৫।।
ব্ৰহ্ম পৰমাত্মা কৰিয়া যিহেতু
ঐশ্বৰ্য্যৰ নাহি অন্ত।
এহি হেতু মহা- মহন্তসকলে
বোলে তাঙ্ক ভগৱন্ত।।১৭৬।।
নিজ ভক্ত পদে গৰুড়ক ধ্বজ
কৰিলা হৰি যিহেতু।
সেহিসে কাৰণে মহন্তে হৰিক
বোলয় গৰুড়কেতু।।১৭৭।।
কাল মায়া আদি যাহাৰ মনক
কৰিতে নপাৰে কুণ্ঠ।

১৭৫। অন্তকৰণযোগাদ্ধি জীৱ ইত্যুচ্যতে চ যঃ।
আৱিদ্যাকৰ্ম্মৰহিতঃ পৰমাত্মেতি গীয়তে।।
—বৃহন্নাৰদীয়-পুৰাণ, ৩৬.২৮

১৭৬। ৱদন্তি তৎ তত্ত্বৱিদস্তত্ত্বং যজ্জ্ঞানমদ্বয়ম্।
ব্ৰহ্মেতি পৰমাত্মেতি ভগৱানিতি শব্দতে।।
—ভাগৱত-পুৰাণ, ১.২.১১

১৭৮। পা. যাহাৰ নামক

**এহিসে কাৰণে ঈশ্বৰৰ নাম**
**প্ৰসিদ্ধ ভৈল বৈকুণ্ঠ।।১৭৮।।**
**সদানন্দ আত্মা চৈতন্য অনন্তে**
**যিহেতু যোগী ৰময়।**
**এতেকেসে ৰাম পদে পৰব্ৰহ্ম**
**ৰূপক বুলি নিশ্চয়।।১৭৯।।**
**চৈতন্য স্বৰূপে যিহেতু সদায়ে**
**ৰমাৱন্ত জগতক।**
**এতেকেসে ৰাম সুমধুৰ পদে**
**বুলি জানা ঈশ্বৰক।।১৮০।।**
**জগততে কৰি আছন্তে নিৱাস**
**জগতো তান্তে ৱসয়।**
**এতেকেসে তাঙ্ক বুলি বাসুদেৱ**
**নামৰ ইটো অন্বয়।।১৮১।।**

---

১৭৯। ৰমন্তে যোগিনো'নন্তে নিত্যানন্দে চিদাত্মনি।
তেন ৰামপদেনাসৌ পৰব্ৰহ্মাভিধীয়তে।।
—পদ্ম-পুৰাণ, উত্তৰ-খণ্ড, ৮১.৮

১৮১। সৰ্ব্বত্ৰাসৌ সমস্তঞ্চ ৱসত্যত্ৰেতি ৱৈ জগৎ।
অতো'সৌ ৱাসুদেৱেতি ৱিদ্বদ্ভিঃ পৰিকীতিতম্।।
—ৱিষ্ণু-পুৰাণ, ১.২.১২

---

১৮০। পা. চৈতন্যস্বৰূপে—অন্তৰ্য্যামীৰূপে



**হৰিপদ সেৱা নকৰে নিমিত্তে**
**মায়ায়ে বান্ধি ফুৰাৱে।**
**তাৱত মায়াক নতৰে হৰিত**
**শৰণ নলৱে যাৱে।।১৮২।।**

## শৰণ

**মঞি দুৰাচাৰ কেৱলে তোহ্মাৰ**
**অপৰাধী নাৰায়ণ।**
**ক্ষমিয়োক হৰি লৈয়ো দাস কৰি**
**পশিলো হেৰা শৰণ।।১৮৩।।**
**হে কৃষ্ণ স্বামী তযু পাৱে আমি**
**কেৱলে শৰণ চাঞো।**
**কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ**
**তেৱেসে প্ৰভু এৰাঞো।।১৮৪।।**
**হে যদুপতি মঞি মূঢ়মতি**
**নজানো সেৱা তোহ্মাৰ।**
**কেৱল তোহ্মাৰ চৰণপঙ্কজে**
**শৰণ কৰিলো সাৰ।।১৮৫।।**

পুৰুষ উত্তম পৰম পুৰুষ
পৰম আনন্দ স্বামী।
তযু পাদপদ্ম- মকৰন্দ আশে
শৰণ পশিলো আমি।।১৮৬।।
প্ৰভু ভগৱন্ত অনন্ত ঈশ্বৰ
প্ৰপন্নজন তাৰণ।
তুমি প্ৰিয়তম পৰম দেৱতা
জানিয়া লৈলো শৰণ।।১৮৭।।

## ভজন

জয় জয় জয় কৃষ্ণ কৃপাময়
ভজিলো তোহ্মাৰ পাৱে।
তোহ্মাৰ চৰণ- পঙ্কজত মন
মজোক মোৰ স্বভাৱে।।১৮৮।।
জয় জয় ৰাম জগত কাৰণ
জগত জীৱন স্বামী।
পৰম দেৱতা জানিয়া তোহ্মাৰ
চৰণে ভজিলো আমি।।১৮৯।।

১৮৬-৮৭। ভজামি পুৰুষোত্তমং পৰমং পুৰুষং পৰমানন্দং স্বামিনম্।
ভগৱন্তং নৰোত্তমমনন্তমীশ্বৰং পৰমদৈৱতং ৱন্দে।।



অনাদি অনন্ত হে ভগৱন্ত
ভজো কৰি প্ৰণিপাত।
মুকুতি ৰসকো তেজি মহাজনে
শৰণ লৱে তোহ্মাত।।১৯০।।

## নমস্কাৰ

নমো কৃষ্ণদেৱ পাপী বুলি কেৱ
মোক মোৰ নোবোলয়।
পতিতপাৱন জানিয়া তোহ্মাত
আপুনি গৈলো বিক্ৰয়।।১৯১।।
নমো হৰি পদ- পঙ্কজ যুগল
বিমল সুখ সাগৰ।
অনাদি অনন্ত সন্ত সদাশিৱ
ভগৱন্ত ভৱহৰ।।১৯২।।
মোহ মায়া ৰাগ মদ মল কাম
দম্ভ দ্বেষ আদি ভাৱ।
যি গুৰুজনত ইসৱ নথাকে
প্ৰণামো তাহান পাৱ।।১৯৩।।

১৯৩। মোমাৰামমকাদদ্বেহয়াগদলম্ভষাঃ।
এতে যত্ৰন ৱিদ্যন্তে তং গুৰুং প্ৰণমাম্যহম্।। (?)

১৯০। পা. মুকুতি সুখকো

জয় যদুপতি গোপাল গোৱিন্দ
যাদৱ মাধৱ ৰাম।
ভকতৰ ধন জীৱৰ জীৱন
কৰোহো পাৱে প্ৰণাম।।১৯৪।।

নমো নিত্যানন্দ জগত কাৰণ
বাসুদেৱ ভগৱন্ত।
নিত্য শুদ্ধ বুদ্ধ কাম অনিৰুদ্ধ
পুৰুষ প্ৰভু অনন্ত।।১৯৫।।

ৰাম নিৰঞ্জন দানৱগঞ্জন
ভকতৰঞ্জন দেৱ।
তুমিসি পৰম গুৰু নাৰায়ণ
তুৱা পাৱে কৰো সেৱ।।১৯৬।।

## উপদেশ

ৰামকৃষ্ণ নাম ধৰ্ম্ম অনুপাম
সদায় যিটো সুমৰে।

১৯৫। নমো ভগৱতে ভুভ্যং ৱাসুদেৱায় ধীমহি।
প্ৰদ্যুম্নায়ানিৰুদ্ধায় নমঃ সঙ্কৰ্ষণায় চ।।
—ভাগৱত-পুৰাণ, ১.৬.৩৭



যত মহাপাপ নাম অপৰাধ
সৱে মষিমুৰ কৰে।।১৯৭।।

ঘোৰ সংসাৰৰ ঔষধ হৰিৰ
তেজিয়া নাম সম্প্ৰতি।
আৰৰ কমন উপায়ে পণ্ডিতে
লভিবে আপুন গতি।।১৯৮।।

মোৰ ভক্তিযুক্ত যোগীৰো জানিবা
মোতেসে চিত্ত যাহাৰ।
জ্ঞান কৰ্ম্ম বিনে কেৱল ভক্তিত
পাৱয় সংসাৰ পাৰ।।১৯৯।।

কেৱল ভকতি পুৰুষক তাৰে
সহায় কাকো নচাৰে।
জ্ঞানে কৰ্ম্মে তাৰে তাৰিতে নপাৰে
ভকতি নপাৰে যাৰে।।২০০।।

দুষ্ট কলিসৰ্পে সৱাকো দংশিলে
হৰাইল চেতন জ্ঞান।

১৯৭। নামাপৰাধযুক্তানাং নামান্যেৱ হৰন্ত্যঘম্
—পদ্ম-পুৰাণ, স্বৰ্গ-খণ্ড, ৩৮.৫৫

২০০। তস্মান্মদ্ভক্তিযুক্তস্য যোগিনো ৱৈ মদাত্মনঃ
ন জ্ঞানং ন চ ৱৈৰাগ্যং প্ৰায়ঃ শ্ৰেয়ো ভৱেদিহ।।
—ভাগৱত-পুৰাণ, ১১.২০.৩১

ইহাৰ ঔষধ সুধা ৰামনাম
বিনে নাহি নাহি আন।।২০১।।
সকল পুণ্যৰ অবিনাশী ফল
হৰি গুণনাম সাৰ।
হৰিক সন্তোষ কৰাইবাৰ হেতু
নাম বিনে নাহি আৰ।।২০২।।
বেদে ৰামায়ণে পুৰাণে ভাৰতে
আদি মধ্য অৱসানে।
হৰিকেসে মাত্ৰ কহৰে নিশ্চয়
জানা তত্ত্ব এহিমানে।।২০৩।।
সত্য অসত্যৰ জড় চৈতন্যৰ
মাজত যিটো প্ৰকাশে।

---

২০১। কলিনা দুষ্টসৰ্পেণ দংষ্ট্ৰানামিহ ভেষজম্।
নাস্তি নাস্ত্যেৱ নাস্ত্যেৱ ৰামনামামৃতং ৱিনা।।
—কূৰ্ম-পুৰাণ (ভক্তি-ৰত্নাকৰ ২১.১১৮)

২০২। তুল. ইদং হি পুংসস্তপসঃ শ্ৰুতস্য ৱা
স্বিষ্টস্য সূক্তস্য চ বুদ্ধিদত্তয়োঃ।
অৱিচ্যুতো’ৰ্থঃ কৱিভিৰ্নিৰূপিতো
যদুত্তমশ্লোকগুণানুৱৰ্ণনম্।।
—ভাগৱত-পুৰাণ, ১.৫.২২

২০৩। ৱেদে ৰামায়ণে চৈৱ পুৰাণে ভাৰতে তথা।
আদিমধ্যাৱসানেষু হৰিঃ সৰ্ব্বত্ৰ গীয়তে।।
—মহাভাৰত-শ্ৰৱণ-মাহাত্ম্য, ৯৩



তাকে বুলি মন সেহি সিটো পাৰে
যিজনে যাক উপাসে।।২০৪।।
মায়া আদি কৰি সমস্তে অসন্ত
জানিবা জড় নিশ্চয়।
হৰি মাত্ৰ সন্ত চৈতন্য ঈশ্বৰ
পৰম তত্ত্ব নিৰ্ণয়।।২০৫।।
বাসুদেৱ বাসু- দেৱ বাসুদেৱ
বুলিয়া যিটো সুমৰে।
সিটো পুৰুষৰ জানা যম ৰাজা
লিখন মাৰ্জ্জন কৰে।।২০৬।।
দিব্য সহস্ৰেক নাম তিনিবাৰ
পঢ়ি পাৰে যত ফল।
একবাৰ কৃষ্ণ- নাম উচ্চৰিলে
পাৱয় তাক সকল।।২০৭।।
যতেক অনৰ্থ আছে সংসাৰত
তাতে তিনি বিধ সাৰ।

---

২০৪। যদ্ধি সদসতোৰ্ম্মধ্যং যন্মধ্যং চিতিজাড্যয়োঃ।
তন্মনঃ প্ৰোচ্যতে ৰাজন্ দ্বয়ং দোলায়তে হৃদি।।

২০৬। ৱাসুদেৱ ৱাসুদেৱ বাসুদেৱতি যে ৱদেৎ।
তস্য ৱৈৱশ্বতো ৰাজা কৰোতি লিপিমাৰ্জনম্।।

২০৭। সহস্ৰনাম্নাং দিৱ্যানাং ত্ৰিৰাবৃত্ত্যা তু যৎ ফলম্।
একাবৃত্ত্যা তু কৃষ্ণস্য নামৈকং তন্নিযচ্ছতি।।
—ব্ৰহ্মাণ্ড-পুৰাণ

**কাম ক্ৰোধ লোভ আপুন নাশন**
**জানি কৰা পৰিহাৰ।।২০৮।।**
**আত্মনাশ হেতু কাম ক্ৰোধ লোভ**
**নৰকৰ তিনি দ্বাৰ।**
**জানি আক তেজি কেৱলে কৃষ্ণৰ**
**ভকতিক কৰা সাৰ।।২০৯।।**
**কাম ক্ৰোধ লোভ তেজি যিটো জনে**
**ভজয় কৃষ্ণৰ পাৱে।**
**কৃষ্ণৰ কৃপাত হোৱয় কৃতাৰ্থ**
**সুখে মুকুতিক পাৱে।।২১০।।**
**কৃষ্ণকেসে মাত্ৰ ভজে যিটোজনে**
**অব্যভিচাৰী ভকতি।**
**তিনি গুণ অতি- ক্ৰমি ব্ৰহ্মৰূপ**
**পাৱে সিটো মহামতি।।২১১।।**

---

২০৮-২০৯। ত্ৰিৱিধং নৰকস্যেদং দ্বাৰং নাশমাত্মনঃ।
কামঃ ক্ৰোধস্তথা লোভস্তস্মাদেৎত্ৰয়ং ত্যজেৎ।।
—ভগৱদ্গীতা, ১৬.২১

২১০। এতৈৰ্ব্বিমুক্তঃ কৌন্তেয় তমোদ্বাৰৈস্ত্ৰিভিৰ্নৰঃ।
আচৰত্যাত্মনঃ শ্ৰেয়স্ততো যাতি পৰাং গতিম্।।
—ভগৱদ্গীতা, ১৬.২২

২১১। মাঞ্চ যো'ব্যাভিচাৰেণ ভক্তিযোগেন সেৱতে।
স গুণান্ সমতীত্যৈতান্ ব্ৰহ্মভূয়ায় কল্পতে।।
—ভগৱদ্গীতা, ১৪.২৬



**তিনিগুণময় যত জ্ঞান কৰ্ম্ম**
**কেৱল বন্ধ কাৰণ।**
**জানি তাক তেজি একান্ত ভকতি**
**ভজিয়ো কৃষ্ণ চৰণ।।২১২।।**
**ৰজোগুণ তমো- গুণ যত বৃত্তি**
**কেৱলে আসুৰী ভাৱ।**
**শুধ সত্ত্ব বৃত্তি দেৱৰ সম্পত্তি**
**লৈয়া ভজা কৃষ্ণপাৱ।।২১৩।।**
**মহন্তৰ সঙ্গে হৰি কথা ৰসে**
**মনক জিনিয়ো ভাই।**
**মায়াক তৰিয়া হৰিক পাইবাৰ**
**উপায় আৰৰ নাই।।২১৪।।**
**হৰিগুণ নাম শ্ৰৱণ কীৰ্ত্তনে**
**ভজিয়ো হৰি চৰণ।**
**মনুষ্য হুইবাৰ এহিমানে মাত্ৰ**
**জানা নিজ প্ৰয়োজন।।২১৫।।**
**যাহাৰ জিহ্বাত থাকয় সতত**
**হৰিৰ নাম মঙ্গল।**
**সেহিসে মহন্ত তাহাৰেসে মাত্ৰ**
**সিজয় ধৰ্ম্ম সকল।।২১৬।।**

সমস্তে শাস্ত্ৰৰ তত্ত্বক জানিয়া
নেৰয় নাম মুখত।
সিটো মহাজনে অপ্ৰয়াসে তৰে
সংসাৰ ঘোৰ দুঃখত।।২১৭।।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই
তেজিয়া লাজ আলাস।
শাস্ত্ৰ আচাৰ্য্যক উপাসা কৰিয়া
বাসনা কৰা বিনাশ।।২১৮।।

হৰিৰ কীৰ্ত্তন যিজনে নকৰে
তাত পৰে নাহি দুঃখী।
হৰিগুণ নাম সন্তোষ অমৃত
পিয়ে যিটো সদা সুখী।।২১৯।।

হৰিসে চৈতন্য আত্মা জ্ঞানময়
আৰৰ সমস্তে জড়।
বেদ বেদান্তৰ সমস্তে শাস্ত্ৰৰ
এহিসে বিচাৰ বড়।।২২০।।

দেৱৰো দুৰ্ল্লভ ঈশ্বৰ কৃষ্ণক
ভকতিসে কৰে বশ্য।
আগম নিগম গীতা ভাগৱত
শাস্ত্ৰৰ এহি ৰহস্য।।২২১।।



যম কাল মায়া মৃত্যুৱে বেড়িয়া
আছে বাঘজালি কৰি।
হেনয় জীৱক কোনে তাৰিবেক
বিনে কৃপাময় হৰি।।২২২।।

পাপ সাগৰত তল নিয়াইলেক
বলে কলি দুৰাচাৰ।
ৰামনাম বিনে পাপ এৰাইবাৰ
উপায় নাহিকে আৰ।।২২৩।।

হৰিত শৰণ লৈয়া যিটোজনে
সদা ৰামনাম গাৱে।
হোক বা সকাম নিষ্কাম তথাপি
কলিৰ দোষে নপাৱে।।২২৪।।

হৰিগুণ নাম- আনন্দ সাগৰে
মজায়ো মন নিপুণ।
সুখে সংসাৰৰ তাপ এৰাইবাহা
নছাৰিবা হৰিগুণ।।২২৫।।

সদায়ে ভাৰিয়ো ৰাম নাৰায়ণ
আলাস কেনে কৰস।
মুখ মাঝে হৰি- নামৰ নিৰাস
ভুলিয়া কেনে মৰস।।২২৬।।

গোপাল গোপাল গোপাল গোপাল
গোপাল গোৱিন্দ হৰি।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ
বুলিয়ো আনন্দ কৰি।।২২৭।।
শীঘিৰ কৰিয়া বোলা ৰাম হৰি
বিলম্ব নকৰ ভাই।
কোননো নায়ক যমৰ দায়ক
হৰিক সুহৃদ পাই।।২২৮।।
নমো নিৰঞ্জন দানৱ গঞ্জন
ভকতৰঞ্জন ৰাম।
গোপাল গোৱিন্দ মুকুন্দ মুৰাৰি
বোলা ভাই অৱিশ্রাম।।২২৯।।
হৰিপদে ধৰ অন্যায় নকৰ
দুর্জ্জন মন পামৰ।
সাক্ষী হুয়া হৰি হিয়াৰ ভিতৰে
আছা দেৱ দণ্ডধৰ।।২৩০।।
সদা ৰামকৃষ্ণ হৰি বোল ভাই
তেজিয়া মনে কপট।

২২৯। পা. নমো নিৰঞ্জন = ৰাম নিৰঞ্জন



হৰিৰ তলপ লৈয়া যমদূতে
চাপিয়া আছে নিকট।।২৩১।।
ৰাম কৃষ্ণ ৰাম হৰি বোলা ভাই
নামে নকৰিয়ো হেলা।
হৰিৰ নামৰ মাঝত সমস্তে
ভকতি সুখৰ মেলা।।২৩২।।
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ভাৱিয়ো ভাৱক ভাই।
ৰাম কৃষ্ণ হৰি গোপাল বুলিয়া
বঞ্চিয়ো যমৰ দায়।।২৩৩।।
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ৰামকৃষ্ণ হৰি ৰাম।
ৰাম কৃষ্ণ হৰি বুলিয়া তেজিয়ো
ধৰ্ম্ম অৰ্থ মোক্ষ কাম।।২৩৪।।
অজ্ঞান আন্ধাৰে পৰিয়া জীৱৰ
জ্ঞানপথ ভৈল নাশ।
নাম অঞ্জনীয়া বিনে আনমতে
নপাৰে হৰিৰ পাশ।।২৩৫।।
ৰামকৃষ্ণ নাম অমৃত সাগৰে
যিটোজনে কৰে কেলি।

তৃণ সম কৰি সিটো মহাজনে
মুকুতিকো থৰে ঠেলি।।২৩৬।।
হৰিপদ মহা- থালী ৰামনাম
অমৃতে আছে ভৰিয়া।
কপট ঢাকন ভাঙ্গি আৰে ভাই
সন্তোষ হুয়োক পিয়া।।২৩৭।।
মহন্তসবৰ সঙ্গে ৰামনাম
লৈয়ো অঞ্জনীয়া কৰি।
কপট দুৱাৰ চূৰিয়া হৃদয়
ভাণ্ডাৰে দেখিয়ো হৰি।।২৩৮।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ
ৰাম কৃষ্ণ ৰাম হৰি।
আলাস তেজিয়া ভজিয়ো হৰিক
জানি মন এক কৰি।।২৩৯।।
মহন্তৰ সঙ্গে সদায় মুখত
নছাৰিবা ৰামবাণী।
তেৰেসে চঞ্চল দুৰাচৰ মন
হৈবে আসি একজানি।।২৪০।।

২৩৬। ত্বৎকথামৃতপাথোঘৌ ৰিহৰন্তো মহামুদঃ।
কুৰ্ব্বন্তি কৃতিনঃ কেচিচ্চাতুৰ্ব্বৰ্গং তৃণোপমম্।।
—ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭।২১



বোল ৰাম হৰি গোপাল গোৱিন্দ
মুকুন্দ যদু মুৰাৰি।
নিত্য নিৰঞ্জন যাৰ এক নামে
ভৱ তৰিবাক পাৰি।।২৪১।।
ৰাম কৃষ্ণ হৰি বোল শুন ভাই
অন্যায় নকৰ মনে।
চৈধ্য সাক্ষী সমে যমেৰ দেৱান
দেখিয়োক সৰ্ব্বক্ষণে।।২৪২।।
ভজিয়ো হৰিৰ চৰণ পঙ্কজে
তেজিয়ো অন্যত্ৰ কাম।
সমস্তে ধৰ্ম্মৰ ফল ৰূপ জানি
নেৰিবাহা হৰিনাম।।২৪৩।।
পিয়ু পিয়ু ভাই ভাৰকসকল
হৰিনাম ৰস সাৰ।
যাক পায়া মহা- মহন্তে কৰয়
মুকুতিকো পৰিহাৰ।।২৪৪।।

২৪২। চৈধ্য সাক্ষী—
আদিত্যশ্চন্দ্ৰানিলো'নলশ্চ
দ্যৌৰ্ভূমিৰাপো হৃদয়ং যমশ্চ।
অহশ্চ ৰাত্ৰিশ্চ উভে চ সন্ধ্যে
ধৰ্ম্মশ্চ জানাতি নৰস্য বৃত্তম্।।

শুনিয়ো সজ্জন ভজা নাৰায়ণ
এৰিয়া বিষয় ৰাগ।
হৰি নুসুমৰে আনসে আচৰে
সেহিসে যমেৰ ভাগ।।২৪৫।।
গোপাল গোৱিন্দ মুকুন্দ শ্ৰীৰাম
জয় সনাতন হৰি।
নিগম নিগূঢ় হৰিৰ নামক
লৈয়োক যতন কৰি।।২৪৬।।
কৰ কোন কাম বোল ৰাম ৰাম
তেজিয়ো মুখে আলাস।
ভকতৰ সঙ্গে হৰি গুণ গাই
বৈকুণ্ঠে কৰিয়ো বাস।।২৪৭।।
আন যত ধৰ্ম্ম হৰিৰ নামৰ
ৰেণুকো নোহে সমান।
হেন হৰিনাম অমৃত সাগৰে
সন্তোষে কৰিয়ো পান।।২৪৮।।
হৰিৰ আশ্ৰয় জানিবা নিশ্চয়
সুখৰ মূল কাৰণ।
হৰিত বিমুখ দুখৰ কাৰণ
জানিবা নিষ্ঠ বচন।।২৪৯।।



বিধিৰ কিঙ্কৰ যতেক সাধন
তাক পাশ কৰি থৈয়ো।
বিধিৰ ঈশ্বৰ হৰিনাম গুণ
তাহাতে শৰণ লৈয়ো।।২৫০।।
মুকুত সকলো গাৱে ৰামনাম
ৰসত অধিক জানি।
মৃত্যুৰ মুখত পৰি ৰামনাম
নলৈবেক কোন প্ৰাণী।।২৫১।।
ৰামনাম বিনে মৃত্যু এৰাইবাৰ
আৰৰ উপায় নাই।
মৃত্যু তৰিবাৰ ইচ্ছা আছে যাৰ
ফুৰা ৰামনাম গাই।।২৫২।।
শাস্ত্ৰ গুৰু উপ- দেশে শিষ্যসৱে
ঈশ্বৰক নেদেখয়।
বুদ্ধিক সত্ত্বস্থ কৰিয়া আপুন
আত্মাক দেখে নিশ্চয়।।২৫৩।।
শাস্ত্ৰ গুৰু উপ- দেশ-ক্ৰম ৰাম
ব্যৱস্থা মাত্ৰ পালন।

২৫৩। ন শাস্ত্ৰেণাপি গুৰুণা দৃশ্যতে পৰমেশ্বৰঃ।
দৃশ্যতে চাত্মনৈৰাত্মা স্বয়া সত্ত্বস্থয়া ধিয়া।।

কেৱলে শিষ্যৰ শুদ্ধ বুদ্ধি মাত্র
জ্ঞানৰ হোৱে কাৰণ।।২৫৪।।
গুৰু উপদেশ লব্ধ শিষ্যসৱে
উপদেশ সাৰ ধৰা।
যেৱে ঈশ্বৰক পাইবা যত্ন কৰি
বুদ্ধিক সত্ত্বস্থ কৰা।।২৫৫।।
শাস্ত্র গুৰুসৱে শিষ্যক কৃপায়ে
শুদ্ধ উপদেশ দিব।
শিষ্যসৱে শুদ্ধ- ভাৱে নধৰিলে
তাৰাসৱে কি কৰিব।।২৫৬।।
যেৱে শিষ্যসৱে মহা শুদ্ধভাৱে
উপদেশ আচৰয়।
শাস্ত্র গুৰু আপু- নাকো সিটো শিষ্যে
তিনিকো ৰক্ষা কৰয়।।২৫৭।।
হৃদয় স্তম্ভত কৃষ্ণ চৰণক
প্রেমজৰী দিয়া ছান্দা।
পৰম সুদৃঢ় ৰামকৃষ্ণ নাম
কৱচ গলত বান্ধা।।২৫৮।।

---

২৫৪। উপদেশক্রমো ৰাম ব্যৱস্থামাত্রপালনম্।
জ্ঞানস্য কাৰণং শুদ্ধা শিষ্যপ্রজ্ঞৈৱ কেৱলম্।।



ৰামকৃষ্ণ নাম অভেদ্য কৱচ
সদায়ে যিটো পিন্ধয়।
তিনি গুণবৃত্তি অস্ত্রৰ প্রহাৰে
তাক আৰ নিবিন্ধয়।।২৫৯।।
হিৰণ্যকশিপু প্রহ্লাদ পুত্রক
নানান দুৰ্গতি দিল।
হৰিনাম মহা- কৱচ প্রভাৱে
তান লোম নলৰিল।।২৬০।।
একান্ত শৰণে যিটো নাম লৱে
ফুৰা হৰি তাঙ্ক ৰাখি।
ইহাত যদ্যপি সঞ্জাত নযাৰা
লৈয়ো প্রহ্লাদত সাক্ষী।।২৬১।।
জ্ঞানে বা অজ্ঞানে মাধৱৰ নাম
যিজনে ফুৰে সুমৰি।
তাক মোৰ বুলি হাতে অস্ত্র তুলি
ৰাখিয়া ফুৰন্ত হৰি।।২৬২।।
গ্রাহগ্রস্ত হুয়া গজেন্দ্রে শৰণ
লৈলা ত্রাহি হৰি বুলি।

তাহাঙ্ক তেখনে ৰাখিলন্ত আসি
হাতে হৰি চক্ৰ তুলি।।২৬৩।।
কালগ্ৰাহে ধৰি সৱাকো গিলয়
চেতন নাহিকে মনে।
ত্ৰাহি হৰি বুলি পশিয়ো শৰণে
অভয় হৰিচৰণে।।২৬৪।।
ভৃত্য ভয়হাৰী অপৰ দেৱতা
নাহি হৰি সমসৰ।
প্ৰপন্নজনৰ জানিবাহা হৰি
বজ্ৰৰ যেন পঞ্জৰ।।২৬৫।।
হৰিৰ সেৱাত প্ৰয়াস নাহিকে
জানিবা নিশ্চয় কৰি।
নাম মাত্ৰ লৈলে হোৱন্ত প্ৰসন্ন
কিনো কৃপাময় হৰি।।২৬৬।।

২৬৩। তুল. তং ৱীক্ষ্য পীড়িতমজঃ সহসাৱতীর্য
সগ্ৰাহমাশু সৰসঃ কৃপয়োজ্জহাৰ।
গ্ৰাহাদ্বিপটিতমুখাদৰিণা গজেন্দ্ৰং
সংপশ্যতাং হৰিৰমুমুচ দুষ্ক্ৰিয়াণাম্।।
—ভাগৱত-পুৰাণ, ৮.৩.৩৩

২৬৪। তুল. সংসাৰকূপে পতিতং বিষয়ৈর্মুষিতেক্ষণম্।
গ্ৰস্তং কালাহিনাত্মানং কো’ন্যস্ত্ৰাতুমধীশ্বৰঃ।।
—ভাগৱত-পুৰাণ, ১১.৮.৪১



শুনিয়ো চতুৰ মহন্তসকল
ফুৰা হৰি গুণ গাই।
দুৰ্ঘোৰ কলিত হৰিনাম বিনে
গতি আনমতে নাই।।২৬৭।।
ঘোৰ কলিযুগে যত ধৰ্ম্ম কৰ্ম্ম
সৱে কৰিলেক দূৰ।
যিজনে কেৱলে হৰিনাম লৱে
পুৰুষ সি সি চতুৰ।।২৬৮।।
বিষয় সম্বন্ধ ইন্দ্ৰিয়ৰ সুখ
সমস্ত যোনিতে পাই।
পৰম দুৰ্ল্লভ হৰিৰ ভকতি
মনুষ্যত পৰে নাই।।২৬৯।।
মনুষ্য জনম লভিবাৰ ফল
হৰিৰ কীৰ্ত্তন মাত্ৰ।
হৰিৰ কীৰ্ত্তন কৰি মহাসুখে
হোৱে ভকতিৰ পাত্ৰ।।২৭০।।
হৰিগুণ নাম- শ্ৰৱণ কীৰ্ত্তনে
কৰয় চিত্ত নিৰ্ম্মল।
হৰিৰ চৰণে কেৱলে ভকতি
লভিবাহা সুমঙ্গল।।২৭১।।

## খেদ

কালগ্ৰস্ত হুয়া ভৈলো অচেতন
বয়স গোৱাইলো হেলে।
বান্ধৱ কৃষ্ণৰ নামক নলৈলো
হৰিভকতৰ মেলে।।২৭২।।

তুমি নিত্য নিৰ- ঞ্জন নাৰায়ণ
আমিও অংশ তোহ্মাৰ।
তযু সেৱাচোৰ পায়া মহামায়া
মুহিলে মন আহ্মাৰ।।২৭৩।।

কিনো অপৰাধ কৰি আছো আমি
মাধৱ বান্ধৱ প্ৰাণ।
নাম ধৰি ডাকো হিয়াত থাকিয়া
কেনে নেদা সমিধান।।২৭৪।।

## নিন্দা

মহন্তসৱৰ কেৱলে জীৱন
হৰিৰ নাম মঙ্গল।

২৭৩। ত্বদংশস্য মমেশান ত্বন্মায়াকৃতবন্ধনম্।।
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.২০



হেন হৰিনাম নলৈয়া কলিত
কৰিল জন্ম বিফল।।২৭৫।।

হৰিৰ পৰম প্ৰিয়তম নাই
নিজ ভকতত পৰে।
হেন ভকতক যিজনে নিন্দয়
হৰিকেসে নিন্দা কৰে।।২৭৬।।

হৰিভকতৰ দায় নধৰয়
যম কাল আৰ কলি।
ইসৱ কথাক যিটো নমানয়
তিনিতো কৰিয়া বলী।।২৭৭।।

হৰিভকতৰ ছিদ্ৰক নধৰে
দুষ্ট শিৰোমণি কলি।
হেন ভকতৰ কিঞ্চিতো ছিদ্ৰক
সজ্জনে থাকে আকলি।।২৭৮।।

হৰিৰ চৰণ সদা আৰাধন্ত
ব্ৰহ্মা হৰ পুৰন্দৰ।
হেন হৰিপদে শৰণ নলৱে
কোন বুদ্ধিহীন নৰ।।২৭৯।।

মৃত্যুৰ মুখত সদায়ে পৰিয়া
আছয় যিসৱ নৰে।

সিটো নিদাৰুণে হৰিগুণ নাম
কীৰ্ত্তন কেনে নকৰে।।২৮০।।
ভাৰত ভূমিত জনম লভিয়া
নভজে হৰি চৰণে।
সিটো জ্ঞানশূন্য পশুতো অধম
জনম লভিল কেনে।।২৮১।।
মুকুতি সুখকো তেজি মহাজনে
সদা ৰামনাম ধৰে।
হেন হৰিনাম মুখত তেজিয়া
কুমতি মনুষ্য মৰে।।২৮২।।
মুকুতি সুখক তেজি মহাজনে
ৰামনামে কৰে আশা।
হেন হৰিনাম নলৈয়া কেমনে
মৰে মলমতি নাশা।।২৮৩।।
মুখ ভৰি ভৰি বোলা ৰাম হৰি
অক্ষয় পুণ্যক সাঞ্চা।
ৰাম নাভাৰিয়া আন আচৰিয়া
কেনে আপুনাক বঞ্চা।।২৮৪।।



হৰি কীৰ্ত্তনৰ সময়ে যিজনে
থাকে আন কথা পাতি।
অন্তকালে নিয়া যমদূতে ধৰি
কৰে তাক উগ্ৰ শাস্তি।।২৮৫।।
বেদৰ ৰহস্য হৰিৰ কীৰ্ত্তন
নুশুনিলে সাৱধানে।
যমৰ কিঙ্কৰে তপত শলাক
বাহাৰে তাহাৰ কাণে।।২৮৬।।
আনন্দ সমুদ্ৰ হৰিৰ কীৰ্ত্তনে
যিটোজনে নেদে চিত্ত।
সিটো মূঢ়মতি হৰিৰ দুৰ্ল্লভ
প্ৰসাদে ভৈল বঞ্চিত।।২৮৭।।
মুকুত সকলো হৰিৰ কীৰ্ত্তনে
কৰন্ত সদায় ৰতি।
হেন কীৰ্ত্তনত যিটো নেদে চিত্ত
যাইবে সিটো অধোগতি।।২৮৮।।
কলিত জনম লভিয়া হৰিৰ
নামত নকৰে ৰতি।
সিটো মূঢ়মতি আন কেনমতে
সাধিবে আপুন গতি।।২৮৯।।

শবদ ব্ৰহ্মাৰ পাৰ ভৈল যিটো
কৃষ্ণত ভকতি নাই।
তাৰ শাস্ত্ৰশ্ৰম শ্ৰমে মাত্ৰ ফল
যেন ৰাখে বাজী গাই।।২৯০।।
ৰাজা প্ৰজা জানি- লেক ভক্তিপন্থ
শঙ্কৰৰ মত শুদ্ধ।
সিটো মত লাড়ি আন আচৰয়
পৰম সিটো মুগুধ।।২৯১।।
আপুনি পণ্ডিত নুহি মহন্তক
নুপাসিলে কদাচিত।
তথাপিতো গুৰু বোলাৰে কৃষ্ণৰ
মায়ায়ে হুয়া মোহিত।।২৯২।।
নজানে শাস্ত্ৰক শিষ্যৰ সংশয়
নপাৰে দূৰ কৰিত।
তাৰ উপদেশে আন নতৰয়
আপুনো ভৈল বঞ্চিত।।২৯৩।।
শাস্ত্ৰমত এৰি যি কথা কহয়
কেৱলে পাষণ্ড নয়।

২৯০। শব্দব্ৰহ্মাণি নিষ্ণাতো ন নিষ্ণায়াৎপৰে যদি।
শ্ৰমস্তস্য শ্ৰমফলো হ্যধেনুমিৱ ৰক্ষতঃ।।
—ভাগৱত-পুৰাণ, ১১.১১.১৮



আছোক কৃষ্ণক পাইবে কদাচিত
নুগুচে সংসাৰ ভয়।।২৯৪।।
অন্ন যোনি কিছো নকৰে বিচাৰ
জাতি কুল ভৈল ভ্ৰষ্ট।
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়
বেদপন্থ কৰি নষ্ট।।২৯৫।।
হৰি হৰি হৰি কিনো ভৈলা আতি
কৃষ্ণৰ মায়াৰ বল।
হৰি ভকতিৰ পন্থত কপট
পাতিলেক অমঙ্গল।।২৯৬।।
শাস্ত্ৰৰ বিচাৰে নজানে ভকতি
পৰমাৰ্থ মতি মূঢ়।
হৰিকথা ছলে কৰ্ণত কুমন্ত্ৰ
কহৰে কৰিয়া গূঢ়।।২৯৭।।
চাৰিও জাতিৰ নিজ পিতৃ কৃষ্ণ
জানিয়া যিটো নভজে।
এহি পাপে নিজ- ধৰ্ম্মভ্ৰষ্ট হুয়া
ঘোৰ নৰকত মজে।।২৯৮।।

২৯৮। য এষাং পুৰুষং সাক্ষাদাত্মপ্ৰভৱমীশ্বৰম্।
ন ভজন্ত্যৱজানন্তি স্থানাদ্ভ্ৰষ্টাঃ পতন্ত্যধঃ।।
—ভাগৱত-পুৰাণ, ১১.৫.৩

**হৰিৰ চৰণ নভজি নকৰে**
**আপুন দুখ খণ্ডিত।**
**পৰমাৰ্থ তত্ত্ব বিচাৰি কহিয়ো**
**কেমনে সিটো পণ্ডিত।।২৯৯।।**
**আপুন জনম ভাৰত ভূমিত**
**লভিলেক যিটো নৰ।**
**হৰিক নভজি কৰিলে বিফল**
**সিটো শোচ্য সমস্তৰ।।৩০০।।**
**হৰিৰ চৰণ নভজি কেৱলে**
**পোষে পুত্ৰ ভাৰ্য্যা মাত্ৰ।**
**যম ৰাজা বুলি- লন্ত সেহিজন**
**যম যাতনাৰ পাত্ৰ।।৩০১।।**
**হৰিৰ চৰণ নিচিন্তি চিন্তয়**
**বিষয়ক দিনে ৰাতি।**
**শাস্ত্ৰৰ সন্মতে জানা সেহিজনে**
**ভৈল নিজ আত্মঘাতী।।৩০২।।**

৩০০। অপুনৰ্জন্মনি জন্ম ভাৰতে লভতে নৰঃ।
তদ্ যঃ কৰোতি ৱিফলং স শোচ্যঃ সৰ্ব্বজন্তুষু।।
—ভক্তি-ৰত্নাকৰ ৩৩.১০

৩০১। তানানয়ধ্বমসতো ৱিমুখান্মুকুন্দপাদাৰৱিন্দমকৰন্দৰসাদজস্ৰম্।
নিষ্কিঞ্চনঃ পৰমহংসকুলৈৰ্ৰসজ্ঞৈৰ্জুষ্টাদ্গৃহে নিৰয়ৱৰ্ত্মনি বদ্ধতৃষ্ণান্।
—ভাগৱত পুৰাণ, ৬.৩.২৮



## প্ৰাৰ্থনা

**তুমি সৰ্ব্বসাক্ষী আত্মা হৃষীকেশ**
**জানাহা মোৰ চিত্তক।**
**শৰণাগতক মঞি আতুৰক**
**উপেক্ষা কৰা কিসক।।৩০৩।।**
**হে কৃষ্ণদেৱ মঞি আতুৰক**
**চৰণে কৰা উদ্ধাৰ।**
**তিনি তাপময় সংসাৰ নিকাৰ**
**সহিতে নপাৰো আৰ।।৩০৪।।**
**বাহিৰে ভিতৰে তুমি হৰি গুৰু**
**আছাহা চৈতন্য ৰূপে।**
**দিয়োক সুমতি তুমি বিনে গতি**
**নাহিকে কৈলো স্বৰূপে।।৩০৫।।**
**হৰি ও হৰি কৰুণাসাগৰ**
**কৰিয়ো কৃপা আহ্মাক।**
**প্ৰিয়তম আত্মা সখা ইষ্ট গুৰু**
**মানিয়া আছো তোহ্মাক।।৩০৬।।**

৩০৫। তুল. নৈৱোপযান্ত্যপচিতিং কৱয়স্তৱেক
ব্ৰহ্মায়ুষাপি কৃতমৃদ্ধমুদশ্চৰন্তি।
যো'ন্তৰ্ব্বহিস্তনুভৃতা শুভং ৱিধুন্বন্
আচাৰ্যচৈত্যৱপুষা স্বগতিং ৱ্যনক্তি।।

হে হৰি মোক দুৰাচাৰ বুলি
নকৰিবা পৰিহাৰ।
তুমি বিনে মহা- পতিত পাৱন
কোন দেৱ আছে আৰ।।৩০৭।।
নমো নমো ৰাম কৃষ্ণ প্ৰভু দেৱ
তুমি মোৰ নিজ গতি।
হুয়োক সদয় যিমতে ৰহয়
তোহ্মাত নিৰ্ম্মল ৰতি।।৩০৮।।
নমো নমো কৃষ্ণ তোহ্মাৰ ভকতি
মুকুতিতো কৰি বলে।
মোৰ তাকে মন দিয়োক শৰণ
অৰুণ চৰণ তলে।।৩০৯।।
চৰণত ধৰো কাতৰ কৰোহো
ইবাৰ নেৰিয়ো হৰি।
পতিত পাৱন দেৱ নাৰায়ণ
নাহিকে তোহ্মাত সৰি।।৩১০।।
এ ভৱসাগৰে মজি নাৰায়ণ
আতুৰ ভৈলো অপাৰ।
দীন অনাথক তুমি কৃপাময়
চৰণে কৰা উদ্ধাৰ।।৩১১।।



হে হৰি তযু মায়ায়ে আহ্মাক
ভাণ্ডিছে কৰি কপট।
দূৰ কৰা মায়া চাপোহো তোহ্মাৰ
চৰণ ছত্ৰ নিকট।।৩১২।।
পতিত পাৱন দেৱ নাৰায়ণ
চৰণে মোক উদ্ধাৰা।
আমি পতিতক পতিত পাৱন
নামৰ পৰীক্ষা কৰা।।৩১৩।।
পতিত পাৱন নাম নাৰায়ণ
প্ৰসিদ্ধ সমস্ত জনে।
আমি মহাপাপী শৰণে পশিলো
ৰাখিয়ো নিজ চৰণে।।৩১৪।।
হে হৰি মঞি অনাথক দায়া
কৰিয়োক একবাৰ।
কৃপাৰসে তিন্তি অৰুণ বৰণ
চৰণ ভৈল তোমাৰ।।৩১৫।।
কৃপাৰ সাগৰ দৈৱকীনন্দন
পূৰিয়ো মনৰ কাম।
ভকতৰ সঙ্গ সদা নুগুচোক
মুখে তুৱা গুণ নাম।।৩১৬।।

**কোটি কোটি ঘোৰ অপৰাধ নিতে**
**কৰো মঞি দুৰাশয়।**
**হে হৰি মোক দাস হেন মানি**
**ক্ষমিয়োক কৃপাময়।।৩১৭।।**
**অনাদি অনন্ত অচিন্ত্য ঈশ্বৰ**
**তুমিসে নিত্য নির্ম্মল।**
**গুচায়ো কুমতি ভজোহো কেৱলে**
**তোহ্মাৰ পদকমল।।৩১৮।।**
**হে ভগৱন্ত ভজোহো তোহ্মাৰ**
**অভয় পদকমলে।**
**মঞি অনাথক ৰাখিয়ো ঈশ্বৰ**
**অৰুণ চৰণ তলে।।৩১৯।।**
**হে কৃষ্ণ কৃপা- ময় প্ৰভু মোক**
**কৰা কৃপা এহিমান।**
**তোহ্মাৰ চৰণে ৰহোক আহ্মাৰ**
**সদায় নির্ম্মল জ্ঞান।।৩২০।।**
**জয় জগবন্ধু জগত কাৰণ**
**নাৰায়ণ নিৰাকাৰ।**

---

৩১৭। অপৰাধসহস্ৰাণি ক্ৰিয়ন্তে’হর্নিশম্ময়া।
দাসো’হমিতি মাং মত্বা ক্ষমস্ব পৰমেশ্বৰ।।



**কেৱলে তোহ্মাৰ চৰণ পঙ্কজে**
**ৰহোক ৰতি আহ্মাৰ।।৩২১।।**
**দীন দায়াশীল দেৱ দামোদৰ**
**দীনক নেৰিয়ো মোক।**
**হেন কৃপা কৰা তযু পাৱে মোৰ**
**সহজে ৰতি মিলোক।।৩২২।।**
**তোহ্মাৰ চৰণ- সেৱাৰ গোৱিন্দ**
**নজানো একো উপায়।**
**যিমতে সেৱাত ৰহিবো কৰুণা**
**কৰিতে হৰি যুৱাই।।৩২৩।।**
**হে প্ৰাণহৰি দান্তে তৃণ ধৰি**
**মাগোহো তোহ্মাৰ পাৱে।**
**মোৰ মন মজি তোহ্মাৰ পাৱত**
**ৰহোক হৰি স্বভাৱে।।৩২৪।।**
**জ্বৰ তাপ পীড়া মৰণ সময়ে**
**কৰা হৰি কৃপা মোক।**
**তযু গুণনাম শ্ৰৱণ স্মৰণ**
**বচন গোচৰ হোক।।৩২৫।।**

---

৩২৪। পা. পাৱত — নামত।
৩২৫। অথ কথঞ্চিৎস্খলনক্ষুৎপতনজৃম্ভণদুৰৱস্থানাদিষু ৱিৱশানাং নঃ স্মৰণায় জ্বৰমৰণদশায়ামপি সকলকশ্মলনিৰসনানি তৱ গুণকৃত-নামধেয়ানি ৱচনগোচৰাণি ভৱন্তু। —ভাগৱত-পুৰাণ, ৫.৩.১২

গোপিনীৰ ধন ব্ৰজৰ জীৱন
মোহন ৰাম গোৱিন্দ।
পৰম সাদৰে শিৰে তুলি ধৰো
তযু পদ অৰৱিন্দ।।৩২৬।।

## নাম-মহিমা

কৃষ্ণৰ পৰম নিৰ্ম্মল চৰিত্ৰ
কথাৰ যৈত প্ৰকাশ।
গঙ্গা আদি কৰি যত তীৰ্থ আছে
তৈতেসে কৰে নিৱাস।।৩২৭।।
শ্ৰীৰামনাম ভকতজনৰ
মহাধন হীৰা বিত্ত।
সংসাৰ সাগৰ তাৰ দুৰ্গ পাৰ
শ্ৰীৰামনামে নিশ্চিত ।।৩২৮।।

৩২৭। তত্ৰৈৱ গঙ্গা যমুনা চ ৱেণী
গোদাৱৰী সিন্ধু সৰস্বতী চ।
সৰ্ব্বাণি তীৰ্থানি ৱসন্তি তত্ৰ
যত্ৰাচ্যুতোদাৰকথাপ্ৰসঙ্গঃ।।
—মহাভাৰত; পাণ্ডৱী-গীতা;
তুল. পদ্ম-পুৰাণ, উত্তৰ-খণ্ড, ৭৩.১১
৩২৮। শ্ৰীৰামনাম ভৱসাগৰদুৰ্গপাৰম্।
শ্ৰীৰামনাম ভগৱজ্জনহীৰৱিত্তম।।



শ্ৰীৰামনাম মল অৰণ্যৰ
বাড়ৱ অগনি সম।
শ্ৰীৰামনাম মনৰ উৎসৱ
ভদ্ৰতো ভদ্ৰ উত্তম।।৩২৯।।
নাৰায়ণ নাম নৰ সমস্তৰ
প্ৰসিদ্ধ চৌৰ বিশেষ।
অনেক জন্মৰ সঞ্চিত পাতক
স্মৰণে হৰে নিঃশেষ।।৩৩০।।
ৰাম শবদৰ ৰা-পদ ভৈল
প্ৰচণ্ড বহ্নি নিশ্চয়।
ম-বায়ু সমে অধৰ্ম্ম অৰণ্য
দহিয়া ভস্ম কৰয়।।৩৩১।।
কুকথা পাষণ্ড সংবাদ বিৱাদ
পৰ্ব্বত আতি নিষ্ঠুৰ।

৩২৯। শ্ৰীৰাম নাম মলকাননচিত্ৰভানুঃ।
শ্ৰীৰামনাম মনস উৎসৱভদ্ৰভদ্ৰম্।।
৩৩০। নাৰায়ণো নাম স মানৱানাং প্ৰসিদ্ধঃ চৌৰঃ কথিতঃ পৃথিৱ্যাম্।
অনেকজন্মাৰ্জ্জিত পাপসঙ্ঘং হৰত্যশেষং স্মৰতাং সদৈৱ।।
—বামন-পুৰাণ; পাণ্ডৱী-গীতা
৩৩১। আদি ৰামস্য ৰামস্য হুতভূক্ হুতভূক্খঃ।
পৰ মঃ পৰমো ধৰ্ম্মো’ ধৰ্ম্মাৰণ্যং দহেদলম্।।

ৰাম কৃষ্ণ নাম- বজ্রক প্রহাৰি
কৰা তাক মষিমূৰ।।৩৩২।।
অপাৰ আনন্দ- ৰস ৰামনাম
মুখত থাকয় যাৰ।
মুকুতি সুখকো থৰে পাশ কৰি
আন সুখ কোন ছাৰ।।৩৩৩।।
যিটো মহাজনে ঈশ্বৰ কৃষ্ণৰ
ভজয় পদকমল।
কুল উদ্ধাৰিল আপুন তৰিল
তাৰেসে জন্ম সাফল।।৩৩৪।।
সুদৃঢ় বিশ্বাস কৰি যিটোজনে
সদা ৰামনাম গাৱে।
তাক বাপদায় দিয়া দুষ্ট কলি
দূৰতো দূৰ পলাৱে।।৩৩৫।।
অলপ অক্ষৰ ৰাম কৃষ্ণ নাম
কোমলতো সুকোমল।
ৰাম কৃষ্ণ নাম সবাৰো সুহৃদ
মঙ্গলৰো সুমঙ্গল।।৩৩৬।।
মুকুতসবৰো মনক টানিয়া
আনয় হৰিৰ গুণে।



একপ্রাণ হুয়া মহন্তসকলে
গাৱয় কহয় শুনে।।৩৩৭।।
হৰিৰ নামৰ অনন্ত মহিমা
জানি মহাজনে গান্ত।
আপুন নামৰ মহিমাক হৰি
আপুনি অন্ত নপান্ত।।৩৩৮।।
হৰিৰ নামৰ অনন্ত প্রভাৱ
কোনে কহি পাৰে সীমা।
সংসাৰ বিনাশে হৰিক প্রকাশে
নামৰ মহামহিমা।।৩৩৯।।
হৰিৰ নামত একোৰে বিঘিনি
নাহিকে জানা নিশ্চয়।
আন যত ধৰ্ম্ম তাহাৰো বিঘিনি
নামেসে দূৰ কৰয়।।৩৪০।।
ৰামনাম মহা- প্রমত্ত সিংহৰ
ধ্বনি শুনি ৰিণি ৰিণি।
পাপময় মত্ত- মাতঙ্গ পলায়
মিলিল হেৰা বিঘিনি।।৩৪১।।

---

৩৪১-৪২। তুল. ত্বন্নামসংকীর্ত্তনতো নিশাচৰা দ্রৱন্তি ভুতান্যপৰ্য্যান্তি চাৰয়ঃ।
নাশং তথা সম্প্রতি যান্তি ৱিষ্ণোৰ্ধৰ্ম্মাদি সত্যং ভৱতীহ মোক্ষম্।।
—ব্রহ্মপুৰাণ

ৰামকৃষ্ণ নাম কীৰ্ত্তন বাড়ৱ-
অগনিৰ শিখা লাগি।
অসুৰ ৰাক্ষস পাষণ্ড পিশাচ
পলায় দশোদিশ ভাগি।।৩৪২।।
জয় জগজীৱ জগত কাৰণ
জয়তি জগনিৱাস।
তোম্মাৰ ভকতি- ৰসে মুকুতিকো
কৰে বহু পৰিহাস।।৩৪৩।।
কৃষ্ণনাম ইটো পৰম মঙ্গল
যাহাৰ থাকে বাক্যত।
সিটো পুৰুষৰ ভস্ম হুয়া যায়
মহাপাপ কোটি শত।।৩৪৪।।
পৰম উজ্জ্বল হৰিনাম ৰত্ন
কণ্ঠত যিটো পিন্ধয়।
তাহাৰ পুৰুষ যতেক আছয়
সৱাকো শোভা কৰয়।।৩৪৫।।
পৰম প্ৰশান্ত নাৰায়ণপৰ
মুক্তৰো মাজে বিৰল।

৩৪৪। কৃষ্ণেতি মঙ্গলং নাম যস্য ৱাচি প্ৰৱৰ্ত্ততে।
ভস্মীভৱন্তি ৰাজেন্দ্ৰ মহাপাতককোটয়ঃ।।



এহিমানে মাত্ৰ পুৰুষাৰ্থ সাৰ
হৰিৰ সেৱাৰ বল।।৩৪৬।।
ধৰ্ম্মে পৃথিৱীৰ আগত কহিলা
ভাগৱত তত্ত্ব ধৰ্ম্ম।
মুকুতি সুখৰ কেৱল আশ্ৰয়
জানা মাধৱৰ কৰ্ম্ম।।৩৪৭।।
কৃষ্ণগুণ নাম ধৰ্ম্মেসে পৰম
মঙ্গলৰো সুমঙ্গল।
কৃষ্ণৰ কীৰ্ত্তন ৰসেসে কেৱলে
মুকুতি সুখৰ ফল।।৩৪৮।।
যিহেতু কৃষ্ণৰ কীৰ্ত্তন ধৰ্ম্মত
নাহিকে পাত্ৰ নিয়ম।
কেৱলে কৃষ্ণৰ কীৰ্ত্তনে কৰয়
সমস্তকে নৰোত্তম।।৩৪৯।।
অন্যত্ৰ সাধনে কোনো বিচক্ষণ
জনক মোক্ষ দিয়য়।
কৃষ্ণৰ জন্মৰ কৰ্ম্মৰ কীৰ্ত্তনে
মুকুতিকো বিড়ম্বয়।।৩৫০।।

৩৪৬। মুক্তানামপি সিদ্ধানাং নাৰায়ণপৰায়ণঃ।
সুদুৰ্ল্লভঃ প্ৰশান্তাত্মা কোটিষ্বপি মহামুনে।।
—ভাগৱত-পুৰাণ, ৬.১৪.৫

**ৰাম হেন ইটো দুগুটি অক্ষৰ**
**বলৰ নাহিকে সীমা।**
**মুকুতি সুখকো কৰিলে অধীন**
**আছোক আন মহিমা।।৩৫১।।**
**যিটো ৰুদ্ৰদেৱে পৰম লীলায়ে**
**জগতকে সংহৰন্ত।**
**ৰামৰ নামৰ তেহো হুয়া বশ্য**
**দিনে ৰাতি সুমৰন্ত।।৩৫২।।**
**নাৰদ সনত- কুমাৰ অনন্ত**
**শুক মুনি আদি কৰি।**
**মুকুতি সুখকো ঠেলি ৰামনাম**
**সদায় ফুৰে সুমৰি।।৩৫৩।।**
**ইটো ৰামনামে আপুনাৰ গুণে**
**ঈশ্বৰকো কৰে বশ্য।**
**এতেকে জানিবা ৰামনাম বিনে**
**শাস্ত্ৰৰো নাহি ৰহস্য।।৩৫৪।।**
**চৈতন্য ঈশ্বৰ- আদিত্য যাহাৰ**
**হিয়াত ভৈলা প্ৰকাশ।**

---
৩৫২। ঈশো’ হং সৰ্ব্বজগতাং নাম্নাং ৱিষ্ণোহি জাপকঃ।।



**কালমেঘ প্ৰায় অবিদ্যা আন্ধাৰ**
**তাহাৰ হোৱে বিনাশ।।৩৫৫।।**
**ভালুক বানৰ ৰাক্ষস তৰিল**
**ৰামত কৰিয়া সেৱ।**
**হেনয় পৰম কৃপালু দেৱতা**
**ৰাম বিনে নাহি কেৱ।।৩৫৬।।**
**নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ**
**কৰিলা শ্ৰীশঙ্কৰে।**
**শ্ৰৱণ কীৰ্ত্তন কৰি মহাসুখে**
**পাপীয়ো সংসাৰ তৰে।।৩৫৭।।**
**পৰম ঈশ্বৰ কৃষ্ণ দেৱতাৰ**
**গুণৰ নাহিকে অন্ত।**
**ইহাৰ তত্ত্বক জানিবা কেৱলে**
**শঙ্কৰে মাত্ৰ জানন্ত।।৩৫৮।।**

## নাম

**ৰাম কৃষ্ণ হৰি গোপাল গোৱিন্দ**
**মুকুন্দ মধু মুৰাৰি।**

---
৩৫৬। সুৰো’ সুৰো ৱাপ্যথ ৱানৰো নৰঃ সৰ্ব্বাত্মনা যঃ সুকৃতজ্ঞমীশ্বৰম্।
ভজেত ৰামং মনুজাকৃতিং হৰিং য উত্তৰাননয়ৎ কোশলান্ দিৱম্।।
—ভাগৱত-পুৰাণ, ৫.১৯.৮

ভকতৰ ধন হৃদয় ৰঞ্জন
ব্ৰজজন অধিকাৰী।।৩৫৯।।

ৰাম অনন্ত প্ৰভু ভগৱন্ত
ভকত ভয় ভঞ্জন।

নিত্য নিৰঞ্জন দানৱ গঞ্জন
সজ্জনজন ৰঞ্জন।।৫৬০।।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰঘুপতি
ৰাঘৱ ৰঘুনন্দন।

অনাদি অনন্ত শিৱ সনাতন
অচ্যুত জগবন্দন।।৩৬১।।

দেৱকীনন্দন ৰাম নাৰায়ণ
জগতকাৰণ ৰাম।

সৰ্ব্বদেৱ শিৰো- মণি নাৰায়ণ
সমস্তে সুখৰ ধাম।।৩৬২।।

নিৰাকাৰ নিৰা- ময় নৰোত্তম
নাৰায়ণ নিৰঞ্জন।

মুকুন্দ মুৰাৰি ভৱভয়হাৰী
ভকতজন ৰঞ্জন।।৩৬৩।।

মাধৱৰ নাম বৎসপ্ৰায় ভৈল
ভক্তে তাঙ্ক লৈয়া যান্ত।



বেদৰ ঈশ্বৰ হৰি ধেনু যেন
তাৰ পাছে পাছে ধান্ত।।৩৬৪।।

## প্ৰশংসা

তাৰাসৱে পূজ্য তাৰাসৱে ধন্য
তাৰাসে সুহৃদ জন।

কলিযুগে হৰি আনকো বোলাৱে
আপুনো কৰে কীৰ্ত্তন।।৩৬৫।।

হৰিক বান্ধৱ বুলিয়া যিজনে
কৰয় হৰিকীৰ্ত্তন।

সমস্তে শাস্ত্ৰৰ তত্ত্বক জানিল
জানা সেহি মহাজন।।৩৬৬।।

যেৱে হৰিপদে শৰণ পশিয়া
হৰিনাম লৱে মুখে।

হৰিৰ প্ৰসাদ পাৱয় সিজনে
মায়াকো তৰয় সুখে।।৩৬৭।।

---

৩৬৪। ৱাসুদেৱ ৱাসুদেৱ ৱাসুদেৱতি যো ৱদেৎ।
ৱৎসং গৌৰিৱ ধাৱন্তমনুধাৱন্তি পৃষ্ঠতঃ।।

৩৬৫। তে'পি পূজ্যাস্তে' পি ধন্যাস্তে এৱ সুহৃদো জনাঃ।
স্মৰন্তঃ স্মাৰয়ন্তো যে হৰের্নাম কলিযুগে।।
—মৎস্য-পুৰাণ (ভক্তি-ৰত্নাকৰ ২১.২১)

**ধন্য কলিযুগ ধন্য ৰামনাম**
**ধন্য ধন্য নৰকায়া।**
**ভাগ্যহীন জনো জপি ৰামনাম**
**তৰয় দুষ্টৰ মায়া।।৩৬৮।।**
**কলিৰ লোকৰ ভাগ্যৰ মহিমা**
**কোনে কহি পাৰে পাৰ।**
**হৰিগুণ নাম কলিৰ স্বধৰ্ম্ম**
**সমস্তে শাস্ত্ৰৰ সাৰ।।৩৬৯।।**
**হৰিকথা ৰস নিৰ্ম্মল অমৃত**
**যিটোজনে পান কৰে।**
**সংসাৰ মধ্যত সি সি জনে মাত্ৰ**
**সাফল জীৱন ধৰে।।৩৭০।।**

## বস্তু-প্ৰকাশ

**হৰিনাম ৰসে বৈকুণ্ঠ প্ৰকাশে**
**প্ৰেম অমৃতৰ নদী।**
**শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলা**
**বহে ব্ৰহ্মাণ্ডক ভেদি।।৩৭১।।**

৩৭১। পা. বৈকুণ্ঠে প্ৰকাশে হৰিনাম ৰসে



**গোৱিন্দৰ প্ৰেম অমৃতৰ নদী**
**বহে বৈকুণ্ঠৰ পৰা।**
**চাৰি পুৰুষাৰ্থ তাহাৰ নিঝৰা**
**হৰিনাম মূল ধাৰা।।৩৭২।।**
**হৰিভক্তি দান দিয়া জগতক**
**তাৰিলা সংসাৰ সিন্ধু।**
**হেনয় কৃপালু শঙ্কৰ বিনাই**
**নাহি নাহি আৰ বন্ধু।।৩৭৩।।**
**হৰি ভকতিৰ পাতিলন্ত হাট**
**শঙ্কৰে জগত জুৰি।**
**ৰামনাম ৰত্ন বেহায়া জগতে**
**চলয় বৈকুণ্ঠ পুৰী।।৩৭৪।।**
**শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ**
**জানা যেন কল্পতৰু।**
**তাহান্ত বিনায় নাই নাই নাই**
**আমাৰ পৰম গুৰু।।৩৭৫।।**

৩৭২। শ্ৰীভাগৱতং মূলধাৰা মোক্ষাদয়স্তস্য নিৰ্ঝৰাঃ।
ভগৱদ্ভক্তিৰ্নদী তস্যা বহতীহ বৈকুণ্ঠান্মধুৰা।।

৩৭৪। পা. বেহায়া জগতে—বেসায়া জগতে; বিকায়া জগতে
৩৭৫। পা. নাই নাই নাই—নাহি নাহি নাহি

## নিৰেদন

কতনো অমোঘ অপৰাধ হৰি
কৰিয়া আছো প্ৰচুৰ।
বুদ্ধিত থাকিয়া নেদাহা সুবুদ্ধি
কৃপাৰ হুয়া ঠাকুৰ।।২৭৬।।

যিহেতু তোহ্মাৰ চৰণ পঙ্কজে
নভজিলো নাৰায়ণ।
সিহেতু অনাদি অবিদ্যা আহ্মাৰ
কৰিল জ্ঞান উছন্ন।।৩৭৭।।

তুমি নিজ পিতৃ গুৰু ইষ্টদেৱ
নভজো তোহ্মাৰ পাৱে।
এহি দোষে মোক যমদূতে ধৰি
যাতনা দুখ ভুঞ্জাৱে।।৩৭৮।।

তুমি প্ৰিয় আত্মা পৰম দেৱতা
তোহ্মাত ভৈলো বিমুখ।
এতেকে তোহ্মাৰ মায়ায়ে আমাক
দিলেক সংসাৰ দুঃখ।।৩৭৯।।



## কলিধৰ্ম্ম নিৰ্ণয়

সত্যাদিৰ লোকে কলিত জনম
বাঞ্ছা কৰে নিৰন্তৰ।
হৰিগুণ গায়া নিশ্চয়ে কলিত
হৈব নাৰায়ণপৰ।।৩৮০।।

ঘোৰ কলিযুগে পাইলে সৰ্ব্ব ধৰ্ম্ম
বৰ্জ্জিত ভৈল নিশ্চয়।
নাৰায়ণপৰ ভৈলে কৃতকৃত্য
হোৱয় নাহি সংশয়।।৩৮১।।

হৰিগুণ নাম কীৰ্ত্তনে কলিৰ
কল্মষ কৰে বিনাশ।
অনায়াসে ঘোৰ সংসাৰ তৰিয়া
পাৱয় কৃষ্ণৰ পাশ।।৩৮২।।

---

৩৮০। কৃতাদিষু প্ৰজা ৰাজন্ কলাৱিচ্ছন্তি সম্ভৱম্।
কলৌ খলু ভৱিষ্যন্তি নাৰায়ণপৰায়ণাঃ।।
—ভাগৱত-পুৰাণ, ১১.৫.৩৮ (ভক্তি-ৰত্নাকৰ ২১.৭)

৩৮১। ঘোৰে কলিযুগে প্ৰাপ্তে সৰ্ব্বধৰ্ম্মৱিৱৰ্জ্জিতাঃ।
নাৰায়ণপৰা মৰ্ত্ত্যাস্তে কৃতাৰ্থা ন সংশয়ঃ।।
—ভাগৱত-পুৰাণ, ১১.৮.৪০
তুল. বৃহন্নাৰদীয়-পুৰাণ, ৩৮.১.২৯

৩৮২। নাম্নাং হৰেঃ কীৰ্ত্তনতঃ প্ৰযাতি সংসাৰপাৰং দুৰিতৌঘযুক্তঃ।
নৰঃ স সত্যং কলিদোষজন্মপাপং নিহন্ত্যাশু কিমত্ৰ চিত্ৰম্।।

**সমস্ত শাস্ত্রৰ পৰম নির্ণীত**
**হৰিগুণ নাম মাত্র।**
**কলিৰ পৰম মলিন মনুষ্যে**
**সি ধৰ্ম্মৰো ভৈল পাত্র।।৩৮৩।।**
**কলিৰ লোকক পৰম দয়ালু**
**কৃষ্ণে কৰিলন্ত দায়া।**
**মোৰ নামগুণ গায়া মহাসুখে**
**তৰোক দুস্তৰ মায়া।।৩৮৪।।**
**কলিৰ মনুষ্য ভৈল ধৰ্ম্ম হীন**
**পাপ সাগৰত মজি।**
**হেন পাপীসৱো কৃষ্ণগুণ গায়া**
**তৰয় কৃষ্ণক ভজি।।৩৮৫।।**
**কলিৰ লোকৰ যি ভাগ্য মিলিল**
**কহিয়া অন্ত নপায়।**
**নিৰন্তৰে লোক নাৰায়ণপৰ**
**হোৱে হৰিগুণ গাই।।৩৮৬।।**

---

ঘোৰে কলিযুগে প্ৰাপ্তে হৰিনামপৰায়ণাঃ।
সমস্ত পাপনিৰ্ম্মুক্তা যাস্যন্তি পৰমাং গতিম্।।
—বৃহন্নাৰদীয়-পুৰাণ, ৩৮.১.২৯

৩৮৪। আচ্ছিদ্য কীৰ্ত্তিং সুশ্লোকাং ৱিতত্য হ্যঞ্জসা নু কৌ।
তমো’নয়াতাৰিষ্যন্তীত্যগাৎ স্বং পদমীশ্বৰঃ।।
—ভাগৱত-পুৰাণ, ১১.১.৭



**মুকুত কোটিৰো মাজত দুৰ্ল্লভ**
**জানা নাৰায়ণপৰ।**
**কলিযুগ হেন নাৰায়ণপৰ**
**হৈবে লোক নিৰন্তৰ।।৩৮৭।।**
**কলিত হৰিৰ কীৰ্ত্তনত সুখে**
**সৰ্ব্ব পুৰুষাৰ্থ পায়।**
**হৰিৰ কীৰ্ত্তন বিনায়ে কলিত**
**আন মহালাভ নাই।।৩৮৮।।**
**কলিৰ মলত মজিলো গোৱিন্দ**
**গতি মোৰ নাহি আন।**
**তোহ্মাৰ নামক কৰিলো আশ্ৰয়**
**জানিয়া ধৰ্ম্ম প্ৰধান।।৩৮৯।।**

## হৰবাৰ

**চৈতন্য আদিত্য হৃদয় আকাশে**
**সৰ্ব্বদায়ে প্ৰকাশয়।**
**উদয়াস্ত নাহি সন্ধ্যা উপাসনা**
**কৰিবো কোন সময়।।৩৯০।।**

---

৩৮৮। যত্ৰ সংকীৰ্ত্তনেনৈৱ সৰ্ব্বঃ স্বাৰ্থো’ভিলভ্যতে।।
নহ্যতঃ পৰমো লাভো দেহিনাং ভ্ৰাম্যতামিহ।
—ভাগৱত-পুৰাণ, ১১.৫.৩৬-৩৭

৩৯০। চিদাদিত্যো হৃদ্যাকাশে সদা ভাতি নিৰন্তৰম্।
উদয়াস্তমনৌ ন স্তঃ কথং সন্ধ্যামুপাস্মহে।।

যিহেতু গোৱিন্দ নিজ যশপ্ৰিয়
ভকত বৎসল হৰি।
সিহেতু সদায় নামগুণ শুনি
থাকন্ত আনন্দ কৰি।।৩৯১।।

পৰম নিৰ্ম্মল ধৰ্ম্ম হৰি যশ
জগত পাৱনকাৰী।
তাতেসে আপুন যশত সন্তোষ
ঈশ্বৰ প্ৰভু মুৰাৰি।।৩৯২।।

## কৃষ্ণৰ পুৰুষ-লক্ষণ

ঈশ্বৰ কৃষ্ণৰ শুনিয়োক মহা-
পুৰুষ লক্ষণ সাৰ।
ত্ৰিগম্ভীৰ সপ্ত- ৰক্ত পঞ্চ দীৰ্ঘ
উন্নত ছয় প্ৰকাৰ।।৩৯৩।।

গমন গম্ভীৰ বচন গম্ভীৰ
গম্ভীৰ নাভিকমল।
এহি ত্ৰিগম্ভীৰ স্মৰণে কৃষ্ণৰ
মিলয় মহামঙ্গল।।৩৯৪।।

৩৯৩। তুল. ত্ৰিগম্ভীৰং সপ্তৰক্তং পঞ্চদীৰ্ঘং ষডুন্নতম্।।
যঃ স্মৰেদ্দেৱদেৱস্য তস্য সৰ্ব্বত্ৰ মঙ্গলম্।।



অৰুণ নয়ন অধৰ দশন
অৰুণ কৰ চৰণ।
নখ ৰেখাচয় অৰুণ কৃষ্ণৰ
স্মৰণে দুখতৰণ।।৩৯৫।।

সুদীৰ্ঘ নয়ন গ্ৰীৱা বাহু পদ
আৰৰ আঙ্গুলিচয়।
এহি পঞ্চদীৰ্ঘ স্মৰণে কৃষ্ণৰ
মিলে মহামহোদয়।।৩৯৬।।

কন্ধ উন্নত ভ্ৰূৰ নাসা পদ
উন্নত নখ হৃদয়।
এহি ছয় থান উন্নত কৃষ্ণৰ
স্মৰণে মোক্ষ মিলয়।।৩৯৭।।

## যুগধৰ্ম্ম নিৰ্ণয়

মিনতি বচন বোলো সৰ্ব্বজন
শুনিয়ো শাস্ত্ৰৰ মৰ্ম্ম।
আপুন কুশল চাৱা যেৰে তেৰে
নেৰিবাহা যুগধৰ্ম্ম।।৩৯৮।।

সত্যযুগে ধ্যান ত্ৰেতাযুগে যজ্ঞ
দ্বাপৰ যুগত পূজা।

**কলিত হৰিৰ কীৰ্ত্তন বিনাই**
**আৰৰ নাহিকে দুজা।।৩৯৯।।**
**কলিত হৰিৰ কীৰ্ত্তন এড়িয়া**
**অন্যত্র ধৰ্ম্ম আচৰে।**
**মিছাতে কেৱলে শ্রম মাত্র পাৱে**
**একোৱে ফল নধৰে।।৪০০।।**
**কলিত হৰিৰ কীৰ্ত্তন এড়িয়া**
**আনমতে চাহে গতি।**
**যেন কুলবধূ নিজ স্বামী তেজি**
**ভজে গৈয়া উপপতি।।৪০১।।**
**সংসাৰ তৰিতে ইচ্ছা আছে যাৰ**
**কৰিয়ো হৰি কীৰ্ত্তন।**
**পৰম নিৰ্ম্মল গতি পাইবা সুখে**
**ছিণ্ডিয়া কৰ্ম্মবন্ধন।।৪০২।।**

---

৩৯৯। কৃতে যদ্ধ্যায়তো ৱিষ্ণু ত্রেতায়াং যজতো মখৈঃ।
দ্বাপৰে পৰিচৰ্য্যায়াং কলৌ তদ্ধৰিকীৰ্ত্তনাৎ।।
—ভাগৱত-পুৰাণ, ১২.৩.৫২; তুল. গৰুড়-পুৰাণ, পূঃ খঃ ২৩২.১৯,
বৃহন্নাৰদীয়-পুৰাণ, ৩৮.৯৫.৩৮.৯৭

৪০০। হৰেঃ কীৰ্ত্তনমুৎসৃজ্য ধৰ্ম্মমন্যঞ্চৰেৎ কলৌ।
ন কিঞ্চিৎ ফলমাপ্নোতি শ্রম এৱ হি কেৱলম্।।

৪০১। ৱিহাৰ কীৰ্ত্তনং ৱিষ্ণোৰন্যথা গতিমিচ্ছতি।
কুলস্ত্রীঃ স্বপতিং ত্যক্ত্বা জাৰং ভজতি ৱৈ যথা।।



**সকল নিগম কল্পতৰু তাৰ**
**ফল মহাভাগৱত।**
**সেহি ফলৰস হৰিগুণ যশ**
**পিয়োক সাধুসঙ্গত।।৪০৩।।**
**পৰম কৃপালু শ্ৰীমন্ত শঙ্কৰে**
**লোকক কৰিয়া দায়া।**
**হৰিৰ নিৰ্ম্মল ভকতি প্রকাশ**
**কৰিলা শাস্ত্রক চায়া।।৪০৪।।**

**পদ।। ঘোষা**

## ঈশ্বৰ নিৰ্ণয়

**প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।**
**সমস্তৰে আত্মা হৰি পৰম বান্ধৱ।।৪০৫।।**

## শৰণ

**হে কৃষ্ণ তযু পাৱে পশিলো শৰণ।**
**মই অনাথৰ নাথ তুমি নাৰায়ণ।।৪০৬।।**

---

৪০৩। শ্রীমদ্ভাগৱতং শাস্ত্রং ৱেদকল্পতৰোৰ্ফলম্।
তদ্রসং ভগৱল্লীলাং পিৱত সাধুসঙ্গতৌ।।
তুল. ভাগৱত-পুৰাণ, ১:১.৩

৪০৫। কৃষ্ণ এৱ পৰো দেৱঃ প্রধানপুৰুষেশ্বৰঃ।
আত্মা সমস্তভূতানাং সতাং পৰমবান্ধৱঃ।।

## ভজন

নাৰায়ণ হৰি ৰাম গোপাল গোৱিন্দ।
ভজোহো তোহ্মাৰ দুই পদ অৰৱিন্দ।।৪০৭।।

## নমস্কাৰ

নমো হৰি নাৰায়ণ ৰাম ৰাম ৰাম।
সৰ্ব্বধৰ্ম্ম শিৰোমণি তুৰা গুণনাম।।৪০৮।।
বন্দোহো গোৱিন্দ ৰাম মুকুন্দ মাধৱ।।
যাক সুমৰণে তৰি পাপ পৰাভৱ।।৪০৯।।
নমো কি নমো ৰাম নমো নাৰায়ণ।
অনাদি অনন্ত সন্ত শিৱ সনাতন।।৪১০।।
জয় নমো নাৰায়ণ দৈৱকীনন্দন।
পৰম পুৰুষ সদাশিৱ সনাতন।।৪১১।।

## উপদেশ

হৰি বোল হৰি বোল কৰি মন থিৰ।
তেৱেসে সাফল হোৱে মনুষ্য শৰীৰ।।৪১২।।
হৰিগুণ গাৱ ভাই কৰিয়া উৎসৱ।
গুণতেসে তুষ্ট গুণলুবুধ মাধৱ।।৪১৩।।



আনন্দ কৰিয়া হৰিগুণ গাৱা যেৱে।
ভৱসিন্ধু তৰিয়া হৰিক পাইবা তেৱে।৪১৪।।
হৰিগুণ নাম গাৱ আনন্দ কৰি মনে।
চিন্তামণি তনু ভাই বিফল কৰ কেনে।।৪১৫।।
আন পৰিহৰিয়া হৰিক মনে ধৰা।
হৰিগুণ গায়া ভাই জন্ম সফল কৰা।।৪১৬।।
লৈয়ো হৰিনাম সাতে পাঞ্চে হুয়া সাজু।
আপুন হুৱে পলাইবেক কালমায়া বাঝু।।৪১৭।।
চেতন লভিয়া ভাই ভজিয়ো হৰিক।
আন পৰিহৰি হুয়ো ভকতি ৰসিক।।৪১৮।।
লৈয়ো হৰিনামগুণ বিঘিনি বিহীন।
আনন্দে ভাৱিয়ো ৰাম কিবা ৰাত্ৰি দিন।।৪১৯।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই মুখে।
ৰাম কৃষ্ণ সুমৰি বসিয়া থাক সুখে।।৪২০।।
ৰাম কৃষ্ণ হৰি বোল তেজি ভয় লাজ।
হৈবন্ত বেকত হৰি হৃদয়ৰ মাজ।।৪২১।।
যিটো ৰাম কৃষ্ণ হৰি বোলয় সৰ্ব্বথা।
তাৰ সঙ্গ তেজি হৰি যাইব আৰ কোথা।।৪২২।।
ৰাম কৃষ্ণ বোল ভাই ৰাম কৃষ্ণ বোল।
কৌটি কৌটি ব্ৰহ্মাণ্ডে নামৰ নোহে মোল।।৪২৩।।

**ৰাম কৃষ্ণ ভাৱিতে ছুটয় কালপাশ।**
**সদা ৰাম কৃষ্ণ বোল তেজিয়া আলাস।।৪২৪।।**
**হৰিগুৰু পদসেৱা খাণ্ডা ডাটি ধৰা।**
**মনবৈৰী কাটি সুখে ভৱনদী তৰা।।৪২৫।।**
**ৰাম কৃষ্ণ নিৰঞ্জন নিৰঞ্জন হৰি।**
**সদা ৰাম কৃষ্ণ বুলি যায়ো ভৱ তৰি।।৪২৬।।**
**ভজিয়ো হৰিক যাত চেতন আছয়।**
**তেৱেঁসে এড়াইবা সুখে সংসাৰৰ ভয়।।৪২৭।।**
**ৰাম কৃষ্ণ ভাৱিয়ো মিলোক মহাভাগ।**
**ৰাম কৃষ্ণ ভাৱিতে কৃষ্ণক পাইবা লাগ।।৪২৮।।**
**হৰিৰ নামত ভাই নেৰিয়ো ভাৰসা।**
**সকল ধৰ্ম্মৰ হৰিনাম মাজে বাসা।।৪২৯।।**
**সন্ত উপদেশে হৰিচৰণে ভজিয়ো।**
**হৰিনাম নিৰমল আনন্দে মজিয়ো।।৪৩০।।**
**ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।**
**জনম সাফল হৌক জপা অৱিশ্ৰাম।।৪৩১।।**
**মাধৱৰ ৰঙ্গা দুই চৰণে ধৰিয়া।**
**ৰামনামৰস পিয়ো আঞ্জলি ভৰিয়া।।৪৩২।।**

৪২৫। ভ্ৰাতৃৱ্যমেনং তদদভ্ৰৱীৰ্যমপেক্ষয়া'ধ্যেধিতমপ্ৰমত্তঃ।
গুৰোৰ্হৰেশ্চৰণোপাসনাস্ত্ৰো জহি ৱ্যলীকং স্বয়মাত্মমোষম্।।
ভাগৱত-পুৰাণ, ৫.১১.১৭



**গুণময় সাধ্য সাধনাক পৰিহৰি।**
**কৃষ্ণকথাৰস পিয়ো কৰ্ণাঞ্জলি ভৰি।।৪৩৩।।**
**যত জীৱৰাশি ফুৰে কুশলক চাই।**
**হৰিনাম বিনে তাৰ মহালাভ নাই।।৪৩৪।।**
**হৰিগুণ গাৱন্তে কিঞ্চিতো নাহি দুঃখ।**
**গুচে ভয় মিলয় পৰমানন্দ সুখ।।৪৩৫।।**
**হৰিকীৰ্ত্তনত যাৰ মিলিল সন্তোষ।**
**সৰ্ব্বসুখভাগী হোৱে হৰে কলিদোষ।।৪৩৬।।**
**লৈয়ো হৰিনাম ভাই তেজিয়া আলাস।।**
**মিলিবে মঙ্গল গুচিবেক ভৱপাশ।।৪৩৭।।**
**যিটোজনে ফুৰে সদা হৰিগুণ গায়া।**
**হৰিৰ কৃপাত সিটো সুখে তৰে মায়া।।৪৩৮।।**
**ৰামনাম লৈয়ো ভাই আলাস নকৰ।**
**নিকট চাপিয়া আছে যমেৰ কিঙ্কৰ।।৪৩৯।।**
**কৃষ্ণ কথা গাৱে শুনে যিটো শ্ৰদ্ধা কৰি।**
**অল্প কালে হিয়াত প্ৰৱেশ হোন্ত হৰি।।৪৪০।।**

৪৩৪। নহ্যতঃ পৰমো লাভো দেহিনাং ভ্ৰাম্যতামিহ।
যতো ৱিন্দেত পৰমাং শান্তিং নশ্যতি সংসৃতিঃ।।
—ভাগৱত-পুৰাণ, ১১.৫.৩৭

৪৪০। শৃণ্বতঃ শ্ৰদ্ধয়া নিত্যং গৃণতশ্চ স্বচেষ্টিতম্।
কালেন নাতিদীৰ্ঘেণ ভগৱান্ ৱিশতে হৃদি।।
—ভাগৱত-পুৰাণ, ২.৮.৪

**অপাৰ আনন্দৰস ৰাম কৃষ্ণ বাণী।**
**ৰাম কৃষ্ণ নাম-মুখে নছাৰিবা জানি।।৪৪১।।**
**জপ ৰামনাম ভাই ভাৰকসকল।**
**ৰামনাম বিনে নাই পৰমমঙ্গল।।৪৪২।।**
**ভাৰিয়ো ভাৰক ভাই ৰামনাম সাৰ।**
**নিগমে নকহে ৰামনাম বিনে আৰ।।৪৪৩।।**
**কৃষ্ণপদ সেৰাসুখ পৰম দুৰ্ল্লভ।**
**হৰিসেৰা ভৈলে আন সকলে সুলভ।।৪৪৪।।**
**কৃষ্ণপাদপদ্ম ভৈল যাহাৰ আশ্ৰয়।**
**তাহাৰেসে গুচয় নিঃশেষ দুখভয়।।৪৪৫।।**
**হৰি কীৰ্ত্তনত ভাই নকৰিয়ো হেলা।**
**এহিসে ৰাখিবে ঘোৰ সঙ্কটৰ বেলা।।৪৪৬।।**
**হৰি পদপঙ্কজত পশিয়ো শৰণে।**
**দিয়োক একান্ত চিত্ত কৃষ্ণৰ চৰণে।।৪৪৭।।**
**দুৰ্ল্লভতো দুৰ্ল্লভ হৰিৰ গুণনাম।**
**জানিয়া কীৰ্ত্তন কৰা তেজি আন কাম।।৪৪৮।।**
**হৰিগুণ কীৰ্ত্তন কলিৰ নিজ ধৰ্ম্ম।**
**জানিবাহা সমস্তে শাস্ত্ৰৰ তত্ত্বমৰ্ম্ম।।৪৪৯।।**

৪৪৪। পা. হৰিসেৰা বিনে আনসকলে সুলভ।।



**ৰামনাম লৈয়া পাপীজন তৰে সুখে।**
**হেন হৰিনামৰ ভণ্ডাৰ ভৈল মুখে।।৪৫০।।**
**যি মুখে বুলিবে ৰাম সি মুখে ভণ্ডাৰ।**
**সদায়ে ভাৰিয়ো ৰাম ক্ষয় নাহি আৰ।।৪৫১।।**
**ভাৰিতে ভাৰিতে ৰাম ৰস চড়ে আতি।**
**আলাস তেজিয়া ৰাম বোলা দিনে ৰাতি।।৪৫২।।**
**অনন্ত ৰসেৰ নিধি ৰাম কৃষ্ণ নাম।**
**মুখ ভৰি ডাকিয়া সদায়ে বোলা ৰাম।।৪৫৩।।**
**সদায়ে ভাৰিতে ৰাম যাৰ ৰস বাঢ়ে।**
**ৰাম কৃষ্ণ নামে আৰ তাহাক নছাড়ে।।৪৫৪।।**
**হৰিসেৰা বিনে আনসকলে অসাৰ।**
**এহিমানে মাত্ৰ সৰ্ব্ব শাস্ত্ৰৰ বিচাৰ।।৪৫৫।।**
**নামৰ ভণ্ডাৰ মুখে ভৈল কত ভাগে।**
**আনন্দে ভাৰিয়ো ৰাম যাক যত লাগে।।৪৫৬।।**
**মনে মুখে এক কৰি সদা বোলা ৰাম।**
**লভিবা পৰমানন্দ দূৰ হৈবে কাম।।৪৫৭।।**

৪৫২। পা. আনন্দে ভাৰিয়ো ৰাম কিবা দিনে ৰাতি।।
৪৫৩। পা. মুখ ভৰি ভৰিয়া
৪৫৬। পা. মুখৰ মাঝে নামৰ ভণ্ডাৰ

ৰাম কৃষ্ণ নাম যাৰ মুখে ভৈল গীত।
নামৰ প্ৰসাদে সিটো ভৈল কৃতকৃত্য।।৪৫৮।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই ঝাণ্টে।
নচলিবা তেৰেসে দুৰ্ঘোৰ যমবাটে।।৪৫৯।।
ৰাম কৃষ্ণ নামৰসে চিত্তক ভিজাৰ।
বোল ৰাম কৃষ্ণ হৰি তেজি লাজ ভাৰ।।৪৬০।।
ৰাম কৃষ্ণ নামেসে স্বধৰ্ম্ম ভৈল যাৰ।
যমকাল মায়াৰ গুচিল অধিকাৰ।।৪৬১।।
ৰাম কৃষ্ণ নাম যাৰ থাকয় মুখত।
যম যমদূতক নেদেখে সপোনত।।৪৬২।।
ৰাম কৃষ্ণ নাম সদা লৱে যিটো নৰে।
যম ৰাজা তাহাৰ লিখন দূৰ কৰে।।৪৬৩।।
ৰাম কৃষ্ণ নাম সদা ফুৰে যিটো গাই।
তাহাৰেসে সমস্তে বিঘিনি ভৈল ছাই।।৪৬৪।।

## মহিমাযুক্ত উপদেশ

ৰাম কৃষ্ণ নাম যাৰ মুখত থাকয়।
তাহাৰেসে জানিবা মিলিল মহোদয়।।৪৬৫।।
ৰাম কৃষ্ণ কীৰ্ত্তন স্বভাৱ ভৈল যাৰ।
সিয়ো ভৈলা হৰিৰ হৰিয়ো ভৈলা তাৰ।।৪৬৬।।

---

৪৫৮। পা. মুখে ভৈলা নিত

ৰাম কৃষ্ণ নামক সততে যিটো গাৰে।
তাক হৰি ৰাখিয়া ফুৰন্ত সৰ্ব্বভাৰে।।৪৬৭।।
ৰাম কৃষ্ণ নাম যিটো সততে সুমৰে।
হৰিৰ পৰম প্ৰিয় ভৈলা সিটো নৰে।।৪৬৮।।

## আত্ম-উপদেশ

হৰিনাম এৰি মন কি কাম কৰস।
মায়া মোহ জালে পৰি মিছাতে মৰস।।৪৬৯।।
হৰিনাম ধৰ মন আলাস নকৰ।
আশা নামে নদী মাজে মিছাত নমৰ।।৪৭০।।
ৰামনাম লৈয়ো মন ৰামনাম লৈয়ো।
মিছা আশা লাজকাজ পাশ কৰি থৈয়ো।।৪৭১।।
ৰাম কৃষ্ণ বোল মন ৰাম কৃষ্ণ বোল।
অসাৰ সংসাৰসুখে তাৰ আশা ভোল।।৪৭২।।
হৰিপদে ভজ মন হৰিপদে ভজ।
ঘোৰ আশানদী মাজে মিছাতে নমজ।।৪৭৩।।
ৰামনাম লৈয়ো মন তেজা আশা আন।
ভকতৰ সঙ্গে পাতা নামৰ দেৱান।।৪৭৪।।
ভজ মন কপট তেজিয়া হৰিপায়।
সৰ্ব্বসাক্ষী হৰিত কপট নুযুৱায়।।৪৭৫।।

গোপাল গোৱিন্দ ৰাম বোল পাপী মন।
অন্যায় নকৰ লগে সাক্ষী চৈধ্যজন।।৪৭৬।।
ৰাম কৃষ্ণ হৰি ৰাম বুলিয়ো যতনে।
ব্ৰহ্মাৰো দুৰ্ল্লভ নাম তাৰে হেলা কেনে।।৪৭৭।।
ৰাম কৃষ্ণ বোল মন পৰম আনন্দে।
মুকুতি তেজিয়া জপে সনক সনন্দে।।৪৭৮।।

## নিন্দা

ৰাম বুলি তৰে মহা মহা অন্ত্যজাতি।
যিটো নাম নলৱে হীনতো হীন আতি।।৪৭৯।।
ৰাম কৃষ্ণ বুলিয়া সংসাৰ সুখে তৰে।
ৰাম কৃষ্ণ নুবুলি জনম ঝুণ্টা কৰে।।৪৮০।।
ৰামকৃষ্ণ নুবুলি তৰিবা কিসে সমে।
ৰামনাম নলৈলে ধৰিয়া নিবে যমে।।৪৮১।।
গাৰো ভোট যৱনে হৰিৰ নাম লয়।
হেনয় নামক কেনে সজ্জনে নিন্দয়।।৪৮২।।

৪৭৮। পা. বোলা ৰাম কৃষ্ণ হৰি পৰম আনন্দে।
৪৮১। (এই ঘোষাৰ পিছত)
হৰিকো প্ৰকাশ কৰে ৰামকৃষ্ণনাম।
হেন নাম নলৈয়া মৰয় কোন কাম।।



হৰিনামে কৰে অন্ত্য জাতিকো মুকুত।
সজ্জনে নামক নিন্দে কিনো অদভূত।।৪৮৩।।
মহাপাপী তৰে হৰিনামৰ কীৰ্ত্তনে।
হেন নাম নলৈয়া সজ্জন ভৈল কেনে।।৪৮৪।।
দুখময় ক্ষুদ্ৰ বিষয়ক আশা কৰি।
একান্তে নভজে পূৰ্ণানন্দ মহা হৰি।।৪৮৫।।
আপুনি নলৱে নাম আনকো নিন্দয়।
কোটি জনমকো লাগি দুৰ্ঘোৰ সঞ্চয়।।৪৮৬।।
হৰিনামে কৰে সংসাৰৰ বন্ধ ছেদ।
হেন নামে নাহি ইচ্ছা কিনো ভৈল খেদ।।৪৮৭।।
ৰাম কৃষ্ণ হৰিনাম নিগম নিগূঢ়।
সদা নুসুমৰে কেনে পাপমতি মূঢ়।।৪৮৮।।
হৰিপদ সেৱাসুখ ভকতে জানয়।
আনজনে আৰ গন্ধমাত্ৰো নপাৱয়।।৪৮৯।।
হৰিপাৱে শুদ্ধভাৱে যিজনে ভজয়।
হৰিনাম লৈয়া সুখে দুৰ্গতি তৰয়।।৪৯০।।
মানৱী জনম পাই হৰি নভজিলা।
অৱশ্যে হৈবাহা ভাই তৃণ তৰু শিলা।।৪৯১।।
হৰিকীৰ্ত্তনক যিটোজনে হেলা কৰে।
আপুনাকে আপুনি বঞ্চিলে সিটো নৰে।।৪৯২।।

মনুষ্যশৰীৰ পাই কৃষ্ণক নভজে।
এহিমানে দোষে ঘোৰ সংসাৰত মজে।।৪৯৩।।
মৃত্যুৰ মুখত পৰি নভজে হৰিক।
সিটো অধমৰ জীৱনত ধিক ধিক।।৪৯৪।।
হৰিপদে নভজে শাস্ত্রৰ সাৰ বুজি।
বেঙ্কামুৰা যমদূতে তাক ফুৰে খুজি।।৪৯৫।।
নৰতনু পায়া হৰি নভজে যি নৰে।
সংসাৰৰ অনন্ত যোনিত ভ্রমি মৰে।।৪৯৬।।
দুর্লভ শৰীৰ পাই হৰি নভজিল।
দুৰ্ঘোৰ সংসাৰে সিটো চিত্ত নিমজিল।।৪৯৭।।
কলিযুগে হৰিনাম নকৰে কীৰ্ত্তন।
আপুনাক আপুনি বঞ্চিলে সিটোজন।।৪৯৮।।
হৰি ভজি হৰিনাম নলৱে সাক্ষাত।
আপুনাক আপুনি কৰিল আত্মঘাত।।৪৯৯।।
ব্রহ্মাৰ প্রার্থনী ইটো নৰতনু পায়া।
নভজিলে হৰিক বঞ্চিলে বিষ্ণুমায়া।।৫০০।।

---

৪৯৭-৯৮। দেৱদত্তমিমং লব্ধ্ৱা নৃলোকমজিতেন্দ্রিয়ঃ।
যো নাদ্রিয়েত ত্বৎপাদৌ স শোচ্যো হ্যাত্মৱঞ্চকঃ।।
—ভাগৱত-পুৰাণ, ১০.৬৩.৪১

৫০০। যে’ ভ্যর্থিতামপি চ নো নৃগতিং প্রপন্না জ্ঞানঞ্চ তত্ত্বৱিয়ং সহধৰ্ম্ম যত্র।
নাৰাধনং ভগৱতো ৱিতৰন্ত্যমুষ্য সম্মোহিতা ৱিততয়াৱত মায়য়া তে।।
—ভাগৱত-পুৰাণ, ৩.১৫.২৪



একান্ত শৰণে যিটো নভজিলে হৰি।
দুৰ্ঘোৰ যাতনা ভুঞ্জিবেক মৰি মৰি।।৫০১।।
হৰিপদসেৱা সৰ্ব্ব শাস্ত্রৰ নির্ণয়।
মূঢ়মতি মনুষ্য ইহাক নজানয়।।৫০২।।
হৰিকো প্রকাশ কৰে ৰামকৃষ্ণ নামে।
হেন নাম নলৈয়া মৰয় কোন কামে।।৫০৩।।

## মহিমা

ৰাম কৃষ্ণ হৰি নাম মুখে থাকে যাৰ।
সেহিসে হৰিৰ প্রিয় হৰি ভৈলা তাৰ।।৫০৪।।
ৰাম কৃষ্ণ হৰি যিটো সততে বোলয়।
সিটো মহাজনে মুকুতিকো নগণয়।।৫০৫।।
ৰাম কৃষ্ণ নাম ভকতৰ মহাধন।
সদা নাম লৱয় আনন্দ কৰি মন।।৫০৬।।
অনন্ত নাৰদ শুক সনতকুমাৰ।
তাৰা গাৱে হৰিযশ জানি যোগসাৰ।।৫০৭।।
হৰিনাম কীৰ্ত্তনৰ শবদ তুমুল।
আনন্দৰ ভৰে হোৱে ভকত আকুল।।৫০৮।।

---

৫০৩। পা. কোনো কোনো পুথিৰ মতে—
হৰিকো কৰয় বশ্য কীৰ্ত্তন ভকতি।
হেন নাম নধৰিয়া যায় অধোগতি।।

**ৰামকৃষ্ণ নামৰ দেখিয়ো কেন বল।**
**অধমকো কৰে নামে পৰম নির্ম্মল।।৫০৯।।**
**হৰিনামে নাহিকে নিয়ম অধিকাৰী।**
**ৰাম বুলি তৰে মিৰি অসম কছাৰী।।৫১০।।**
**ৰাম কৃষ্ণ নাম সম নাহিকে বান্ধৱ।**
**ৰাম কৃষ্ণ নামে মিলে পৰম উৎসৱ।।৫১১।।**
**ভকতজনৰ হৰিনামেসে সৰ্ব্বস।**
**মুকুতিকো ঠেলি আগ হোৱে হৰিযশ।।৫১২।।**
**ৰামকৃষ্ণ নামেসে ছিণ্ডয় ভৱবন্ধ।**
**মিলয় মনত সুখ পৰম আনন্দ।।৫১৩।।**
**ৰামকৃষ্ণ ভাৱিতে তেজয় কালসাপে।**
**হৰিভকতক দুখ দিবে কাৰ বাপে।।৫১৪।।**
**হৰিৰ কীৰ্ত্তন শুনি হুয়া মহাভয়।**
**কাল মৃত্যু দুয়ো তৰতৰিয়া কাম্পয়।।৫১৫।।**
**কমনে জানিবা হৰিনামৰ মহিমা।**
**ব্ৰহ্মা হৰ অনন্তে নপাৰে যাৰ সীমা।।৫১৬।।**
**হৰিগুণ নামযশ ভকতি উত্তম।**
**যাৰ ধ্বনি শুনি কাম্পে কলিকাল যম।।৫১৭।।**

৫১৩। পা. ভৱবন্ধ— কৰ্ম্মবন্ধ



**হৰিনামে যত পাপ সংহৰিতে পাৰে।**
**ততেক পাতকী পাপ কৰিতে নপাৰে।।৫১৮।।**
**ৰামকৃষ্ণ গোপাল গোৱিন্দ যদুমণি।**
**ৰামকৃষ্ণ নাম মহাপাপৰ অগনি।।৫১৯।।**
**ৰামকৃষ্ণ নামৰ মহিমা অদভূত।**
**নিকট চাপিয়া কি কৰিবে যমদূত।।৫২০।।**
**ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ সাৰ।**
**ৰামকৃষ্ণ বিনে ঝুণ্টা আৰৰ বিচাৰ।।৫২১।।**
**ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ সাৰ।**
**ভাৱিতে পৰম সুখ ভয় নাহি আৰ।।৫২২।।**
**ৰামকৃষ্ণ নাম সৰ্ব্ব ৰসেৰ নিৱাস।**
**ৰামকৃষ্ণ ভাৱিতে কৃষ্ণৰ পাৱে পাশ।।৫২৩।।**
**আপুন নামৰ সঙ্গ নছাৰন্ত হৰি।**
**যেই নাম সেই হৰি জানা নিষ্ঠ কৰি।।৫২৪।।**
**ৰামনাম সম ধৰ্ম্ম নাহিকে নিগমে।**
**যিটো সদা বোলে ৰাম কি কৰিবে যমে।।৫২৫।।**

৫১৮। নাম্নো' স্য যাৱতী শক্তিঃ পাপনির্হৰণে হৰেঃ।
তাৱৎ কৰ্ত্তুং ন শক্নোতি পাতকং পাতকী নৰঃ।।
—বৃহদ্বিষ্ণু-পুৰাণ

হৰি চৰণত প্ৰেম মিলিল যাহাৰ।
আন কোন সম্পত্তি হৰিও ভৈল তাৰ।।৫২৬।।
কৰ্ণাঞ্জলি ভৰি পিয়া হৰি চৰিত্ৰ অমৃত।
হৰিৰ নিকট পাৱে হোৱে কৃতকৃত্য।।৫২৭।।
মাধৱৰ নামগুণ কীৰ্ত্তন কৰিয়া।
হৰিক পাৱয় সুখে মায়াক তৰিয়া।।৫২৮।।
হৰিগুণ কীৰ্ত্তনত নাই একো হানি।
শুনন্তে অমৃত স্ৰৱে ৰাম কৃষ্ণ বাণী।।৫২৯।।
যাৰ মুখে ৰামবাণী আসে সৰসৰি।
জানিবা নিশ্চয় তাত বশ্য ভৈল হৰি।।৫৩০।।
হৰি যাৰ বশ্য ভৈল তাৰ কিবা ৰৈল।
হৰিৰ কৃপাৰ পাত্ৰ সি সি জন ভৈল।।৫৩১।।
ৰাম কৃষ্ণ নামৰ কল্লোল ৰোল শুনি।
বেঙ্কামুৰা যমদূত পলাৱে আপুনি।।৫৩২।।

## প্ৰাৰ্থনা

হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ।
অণু এক কৰা দায়া মায়া হৌক দূৰ।।৫৩৩।।

৫২৭। পিৱন্তি যে ভগৱত আত্মনঃ সতাং কথামৃতং শ্ৰৱণপুটেষু সম্ভৃতম্।
পুনন্তি তে ৱিষয়ৱিদূষিতাশয়ং ব্ৰজন্তি তচ্চৰণসৰোৰুহান্তিকম্।।
—ভাগৱত-পুৰাণ, ২.২.৩৭

৫২৯। যে পতন্ত্যৱনৌ গীত্বা হৰেৰ্নামানি গদ্‌গদাঃ।
ভাৱেন তেষাং গোৱিন্দঃ ক্ৰীতো নাৰদ নান্যথা।।



জয় জয় কৃপাময় দেৱ যদুপতি।
তোক্ষাৰ চৰণে মাগো অমূল্য ভকতি।।৫৩৪।।
হে হে পৰমানন্দ প্ৰভু কৃপাসিন্ধু।
ভকতি আনন্দ ৰস মাগো এক বিন্দু।।৫৩৫।।
পতিত পড়িয়া ৰৈলো এ ভৱ সাগৰে।
পতিত পাৱন নাম ভৈল কিবা তৰে।।৫৩৬।।
অৰুণ চৰণে মই পাপীক তাৰিয়ো।
পতিত পাৱন নাম সাফল কৰিয়ো।।৫৩৭।।
আতুৰ ভৈলোহো হৰি বিষয় বিকলে।
কৰিয়ো উদ্ধাৰ মোক চৰণকমলে।।৫৩৮।।
হে কৃষ্ণ কৃষ্ণ নাথ কৰা পৰিত্ৰাণ।
তনু নাৱ বুৰি আসে নাহিকে গিয়ান।।৫৩৯।।
নামধন দিয়া মোকে কিনা বনমালী।
দাস পায়া নলৱা কমন ঠাকুৰালি।।৫৪০।।
নিজ দাস কৰি হৰি মোকে কিনা কিনা।
আন ধন নলাগয় নামধন বিনা।।৫৪১।।
জয় জয় ৰাম কৃষ্ণ শৰণ তোক্ষাৰ।
কৃপাৰ সাগৰ কৃপা কৰা একবাৰ।।৫৪২।।

৫৩৪। পা. অমূল্য ভকতি— সপ্ৰেম ভকতি

দিয়ো দৰিশন পাৱে পশিলো শৰণ।
ভকতজনৰ ধন তুমি নাৰায়ণ।।৫৪৩।।

## নিৱেদন

যাদৱ যাদৱ যাদৱানন্দ দেৱ।
তুমি বিনে সুহৃদ বান্ধৱ নাহি কেৱ।।৫৪৪।।
কমনে ভজিবো হৰি চৰণ তোহ্মাৰ।
দুৰ্ঘোৰ মায়ায়ে মন মুহিলে আহ্মাৰ।।৫৪৫।।
ৰাম বুলি তৰিবে দঢ়াই আছো মন।
তুমি হৰি দীনবন্ধু পতিত পাৱন।।৫৪৬।।
পতিত পাৱন ৰাম কৃষ্ণ কৃপা সিন্ধু।
আমি পতিতক নছাড়িবা দীনবন্ধু।।৫৪৭।।
হে হৰি মোৰে প্ৰাণ জীৱন মুৰাৰি।
অনাথৰ নাথ ভকতৰ ভয়হাৰী।।৫৪৮।।

## প্ৰশংসা

শ্ৰীৰামনামত ৰতি মিলিল যাহাৰ।
সি সি ভাগ্যৱন্তে পাৱে সংসাৰৰ পাৰ।।৫৪৯।।

৫৪৪। পা. যাদৱ যাদৱ যাদৱ যাদৱ দেৱ।
৫৪৯। পা. সি সি ভাগ্যৱন্তে পাইলে



হৰিগুণ ভকতৰ কৰ্ণৰ ভূষণ।
যিটো সদা বোলে ৰাম সি সি মহাজন।।৫৫০।।
নিত্যানন্দময় ৰাম ভকতৰ ধন।
হৰি বিনে আন ধন সৱে অকাৰণ।।৫৫১।।
সংসাৰত নাহি ধৰ্ম্ম হৰিনাম সম।
যিটো সদা বোলে ৰাম সি সি নৰোত্তম।।৫৫২।।
আন ধৰ্ম্ম নাহি হৰিনামক উপাম।
হৰিৰ বল্লভ যিটো সদা বোলে ৰাম।।৫৫৩।।
ৰাম কৃষ্ণ নামক আনন্দে যিটো ধৰে।
বংশে সমে তৰয় হৰিকো বশ্য কৰে।।৫৫৪।।
হৰিগুণ গাৱে যিটো কৰিয়া নিশ্চয়।
হৰিক সুহৃদ পাৱে মৃত্যু কোন হয়।।৫৫৫।।
যাৰা সৱে ৰামনাম গাৱয় হৰিষে।
তাপ দূৰ হোৱে মনে অমৃত বৰিষে।।৫৫৬।।
ৰাম কৃষ্ণ হৰিনাম পৰম অমৃত।
যিটো মহাজনে লৱে হোৱে কৃতকৃত্য।।৫৫৭।।
হৰিগুণ কীৰ্ত্তন স্বভাৱ ভৈল যাৰ।
সংসাৰত দুৰ্ল্লভ থাকিল কিবা তাৰ।।৫৫৮।।

৫৫৬। পা. ৰামনাম—হৰিনাম; মনে— যেন;
৫৫৮। পা. স্বভাৱ— স্বধৰ্ম্ম

কিনো ভাগ্য কিনো ভাগ্য কলিৰ প্ৰজাৰ।
হৰিনাম কীৰ্ত্তনেসে ধৰ্ম্ম ভৈল যাৰ।।৫৫৯।।
হৰিগুণ নামক কীৰ্ত্তন যিটো কৰে।
কালৰ দোষক বঞ্চিলেক সিটো নৰে।।৫৬০।।
ৰামনাম লৈয়া পাপীজনো তৰে সুখে।
হেন ৰামনামৰ ভণ্ডাৰ ভৈলা মুখে।।৫৬১।।
যিসৱ চতুৰ নৰে বিষ্ণুক ভজয়।
পৰম কৃতাৰ্থ ভৈলা সিটো মহাশয়।।৫৬২।।

## কলি ধৰ্ম্ম

ৰাম কৃষ্ণ নাম ভকতৰ নৱনিধি।
কলিযুগে বেকত কৰিলে কোন বিধি।।৫৬৩।।
ধন্য ধন্য কলিৰ লোকৰ মহাভাগ।
সৰ্ব্ব ধৰ্ম্ম ঠেলি ৰামনাম ভৈলা আগ।।৫৬৪।।
কলিত কীৰ্ত্তন যিটো কৰে হৰিনাম।
তাৰ আৰ আচৰিবে নথাকিল কাম।।৫৬৫।।
নাহিকে কলিত ধৰ্ম্ম কীৰ্ত্তনত সম।
যিটো গাৱে হৰিগুণ সি সি নৰোত্তম।।৫৬৬।।
কলিত কীৰ্ত্তনে মিলিবেক মহাভাগ।
সংসাৰক তৰি মাধৱক পাইবা লাগ।।৫৬৭।।



## নাম

কেশৱ কমলাকান্ত অনন্ত অনাদি।
নিত্য নিৰঞ্জন শুদ্ধ বুদ্ধ বেদবাদী।।৫৬৮।।
জয় জয় জগতজনক জগজীৱ।
অনন্ত অচ্যুত সনাতন সদাশিৱ।।৫৬৯।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।।৫৭০।।
গোপাল গোৱিন্দ ৰাম কৃষ্ণ নাৰায়ণ।
কমললোচন হৰি পতিত পাৱন।।৫৭১।।
ৰাম নাৰায়ণ হৰি ৰাম নাৰায়ণ।
ৰাম কৃষ্ণ নিৰঞ্জন শিৱ সনাতন।।৫৭২।।
গোপাল গোপীনাথ গোৱিন্দ মাধৱ।
জীৱৰ জীৱন যদুনন্দন যাদৱ।।৫৭৩।।

## তাৎপৰ্য্য

বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ।
ইহাৰ উত্তম ফল হৰিনাম মাত্ৰ।।৫৭৪।।
হৰিনামে হৰিনামে হৰিনামে গতি।
হৰিনামে ভকতৰ কেৱলে ভকতি।।৫৭৫।।

কৃষ্ণপাদপদ্ম দুই মোৰ নিজ গতি।
হৰিনাম বিনে আন নজানো ভকতি।।৫৭৬।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ সাৰ।
ৰাম কৃষ্ণ বিনে ঝুণ্টা আৰৰ বিচাৰ।।৫৭৭।।
শ্ৰীৰামনাম ভকতৰ বিত্ত সাৰ।
সংসাৰ সাগৰে ৰামনামে দুৰ্গ পাৰ।।৫৭৮।।
হৰিনাম কীৰ্ত্তনেসে পৰম মঙ্গল।
পাৰয় পৰমানন্দ গুচে কৰ্ম্মমল।।৫৭৯।।
ব্ৰহ্মা হৰো ভজন্ত হৰিৰ দুই পাৰে।
মুকুতসকলো সদা হৰিগুণ গাৱে।।৫৮০।।

## বিৰকতি

বিষয়ৰ আশাভঙ্গে ভক্তৰ হৰিষ।
দেখয় বিষয়সুখ বিষ্ঠাৰ সদৃশ।।৫৮১।।
বিষয়ৰ সুখ যত সকলো অসাৰ।
জানিয়া ভকতে তাক কৰে পৰিহাৰ।।৫৮২।।

## তুতি

মুৰাৰি মাধৱ মধুৰিপু ৰাম।
তুমি ভকতৰ ধৰ্ম্ম অৰ্থ মোক্ষ কাম।।৫৮৩।।



মুৰাৰি মনোহৰ ভগৱন্ত দেৱ।
তুমি বিনে পতিতৰ গতি নাহি কেৱ।।৫৮৪।।
কিনো কৃপাময় দেৱ প্ৰভু যদুৰায়।
মুখমাজে থৈলা নাম সৰ্ব্বক্ষণে পায়।।৫৮৫।।

## লেছাৰি

## ঈশ্বৰ নিৰ্ণয়

কৃষ্ণ এক দেৱ দুঃখহাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতে সাৰ।।৫৮৬।।
নমো নমো নিত্য নিৰঞ্জন নাৰায়ণ শিৱ সনাতন
অনাদি অনন্ত নিৰ্গুণ গুণনিয়ন্তা।
পৰম পুৰুষ ভগৱন্ত নাহি পূৰ্ব্বাপৰ আদি অন্ত
তুমিসে চৈতন্য সমস্তে ভৱভাৱন্তা।।৫৮৭।।

---

৫৮৫। কোনো কোনো পুথিত ইয়াৰ আগতে—
কৃপাৰ সাগৰ কৃপাময় কৃপানিধি।
তুৱা গুণনামে ভকতৰ সৰ্ব্বসিদ্ধি।।

৫৮৬। একঃ স দেৱো ভয়দুঃখহন্তা পৰঃ পৰেষাং ন ততো’ স্তি চান্যঃ।
স্ৰষ্টা স পাতা স তু চান্তকৰ্ত্তা ৱিষ্ণুঃ সমস্তাখিলসাৰভূতঃ।।
—ব্ৰহ্ম-পুৰাণ, ৪৯.৬৯

**ব্ৰহ্মা মহাদেৱ লক্ষ্মী দেৱী কায়বাক্যমনে থিৰ কৰি**
**পৰম আনন্দে চৰণ সেৱন্ত যাৰ।**
**সদা জন্ম জড়া মৃত্যুহীন শ্ৰীমন্ত সুন্দৰ গুণনিধি**
**বিষ্ণুত বিনাই কোন দেৱ আছে আৰ।।৫৮৮।।**
**যাৰ পাদোদকে দেৱী গঙ্গা যাৰ বাক্যে হুয়া আছে বেদ**
**পৰম পতিতো তৰয় যাহাৰ নামে।**
**সৃষ্টি স্থিতি প্ৰলয়ৰ যিটো পৰম কাৰণ নাৰায়ণ**
**হেন ঈশ্বৰক নভজয় কোন কামে।।৫৮৯।।**
**অপাৰ সংসাৰ সিন্ধু আৰ বিষ্ণুসে পৰম পাৰ যত**
**পাৰ আছে তাতে পৰম্পৰমাত্মা ৰূপে।**
**তেন্তে তুমি জানা ব্ৰহ্মপাৰ পৰপাৰভূত যত পাৰ**
**তাসম্বাৰ পাৰ বিষ্ণুসে পাৰ স্বৰূপে।।৫৯০।।**

## শৰণ

**শোক মোহ মহাপঙ্ক মাজে অৰ্জ্জুন মগন ভৈলা দেখি**
**পৰম ঈশ্বৰ দেৱতা নন্দ নন্দন।**

---

৫৮৯। তুল—
যদ্বিশ্ৰুতিঃ শ্ৰুতিপুটে শমলং পুনাতি পাদাৱনেজনজলঞ্চ ৱচশ্চ শাস্ত্ৰম্।
ভূকালভৰ্জিতভগাপি যদঙ্ঘ্ৰি পদ্মস্পৰ্শোত্থশক্তিৰভিৱৰ্ষতি নো’ খিলাৰ্থান্।।
৫৯০। পাৰং পৰং ৱিষ্ণুৰপাৰপাৰঃ পৰঃ পৰেভ্যঃ পৰমাত্মাৰূপী।
সব্ৰহ্মপাৰঃ পৰপাৰভূতঃ পৰঃ পৰাণামপি পাৰপাৰঃ।।
—ব্ৰহ্ম-পুৰাণ, ১৭৮.১১৫, বিষ্ণু-পুৰাণ, ১.১৫.৫৫



**কৃপায়ে ঈশ্বৰে তত্ত্ব কহি উদ্ধাৰিলা নিজ ভকতক**
**হেন ঈশ্বৰৰ চৰণে লৈলো শৰণ।।৫৯১।।**

## নমস্কাৰ

**হে কৃষ্ণ ধনঞ্জয় সখা বৃষ্ণিকুল শ্ৰেষ্ঠ দুষ্ট ৰাজা**
**বংশৰ দহন অনন্তবীৰ্য্য গোৱিন্দ।**
**গো বিপ্ৰ দেৱ দুঃখহাৰী যোগেশ্বৰ সমস্তৰ গুৰু**
**নমো ভগৱন্ত তযু পদ অৰৱিন্দ।।৫৯২।।**

## উপদেশ

**সুবাসনা দুৰ্ব্বাসনা দুই বন্ধৰ মোক্ষৰ মূল হেতু**
**শুনা যেনমতে উপজয় পুৰুষত।**
**সন্তৰ কৃপাত সুবাসনা সুখে পুৰুষক পাৱে জানা**
**হোৱে দুৰ্ব্বাসনা সন্তৰ মনকোপত।।৫৯৩।।**

---

৫৯১। শোকপঙ্কনিমগ্নং যঃ সাংখ্যযোগোপদেশতঃ
উজ্জহাৰাৰ্জ্জুনং ভক্তং স কৃষ্ণঃ শৰণং মম।।
—শ্ৰীধৰস্বামী, (গীতা) সুবোধিনী-টীকা, ২.৮২
৫৯২। শ্ৰীকৃষ্ণ কৃষ্ণসখ বৃষ্ণ্যৰ্ষভাৱনিধ্ৰুগ্ৰাজন্যৱংশদহনানপৱৰ্গৱীৰ্য।
গোৱিন্দ গোৰ্দ্বিজসুৰাৰ্ত্তিহৰাৱতাৰ যোগেশ্বৰাখিলগুৰো ভগৱন্নমস্তে।।
—ভাগৱত-পুৰাণ, ১.৮.৪৩
৫৯৩। মন এৱ মনুষ্যানাং কাৰণং বন্ধমোক্ষয়োঃ।
বন্ধায় ৱিষয়াসক্তং মুক্তয়ে পুংসি ৱা শতম্।।
—সিদ্ধান্ত-প্ৰদীপ, ২.১০.৩২

মহন্তৰ বাক্য যিটো ধৰে তাক সুবাসনা অনুসৰে
সন্তৰ কৃপাত ভজে গোৱিন্দৰ পাৱে।
যিটো মহন্তক নিন্দা কৰে তাক দুৰ্ব্বাসনা বেঢ়ি ধৰে
কৃষ্ণক ভজিবে নপাৰয় মূঢ়ভাৱে।।৫৯৪।।
কৃষ্ণপদ মাত্ৰ সেৱা কৰে সমস্তে কামনা পৰিহৰে
বেদব্যৱহাৰ কদাচিতো নলঙ্ঘয়।
কৃষ্ণপদসেৱা সুখমনে কৰে অনুভৱ সৰ্ব্বক্ষণে
ইহাক মহন্ত বুলিয় জানা নিশ্চয়।।৫৯৫।।
শুনিয়ো সজ্জন শাস্ত্ৰসাৰ সকলে সম্পত্তি জানা তাৰ
হৰিভক্তিৰসে সন্তোষ মন যাহাৰ।
চৰ্ম্মৰ নিৰ্ম্মিত পানৈযুড়ি চৰণ ঢাকিল যিটোজনে
যেন সৱে ভূমি চৰ্ম্মাবৃত ভৈল তাৰ।।৫৯৬।।
অন্তৰত এক ঈশ্বৰক দেখিয়োক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জড়প্ৰায়।
বুদ্ধিত সমস্তে তেজিয়োক বাহিৰত সঙ্গ দেখায়োক
এহিভাৱে ৰাম লোকত ফুৰা বেড়ায়।।৫৯৭।।

---

অশুভা চ শুভা চেতি দ্বিধা সা হেতুভেদতঃ।
অশুভা মহতাং কোপাৎ শুভা মহদনুগ্ৰহাৎ।।
৫৯৬। সৰ্ব্বাঃ সম্পত্তয়স্তস্য সন্তুষ্টং যস্য মানসম্।
উপানদ্‌গূঢ়পাদস্য ননু চৰ্ম্মাৱৃতেৱ ভূঃ।।
৫৯৭। অন্তৰেকো ৱহিৰ্ন্নানা হ্যন্তৰ্ব্বোধো বহিৰ্জ্জড়ঃ।
অন্তস্ত্যাগী বহিঃ সঙ্গী লোকে ৱিচৰ ৰাঘৱ।।



## ছবি

অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
জানিবাহা ইহাক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নিৰ্ণয়।।৫৯৮।।

## লেছাৰি

তাৱত কৃষ্ণৰ ভক্ত নৰে ভক্তি অবিৰোধী কৰ্ম্ম কৰে
কৃষ্ণৰ কথাত ৰতি যাৱে নুপজয়।
যেৱে ভৈল কৃষ্ণকথাৰত নিত্য নৈমিত্তিক আদি যত
কথাৰ বিৰোধী জানিয়া সৱে তেজয়।।৫৯৯।।
সমস্ত তপকে আচৰোক পৰোক পৰ্ব্বতে উঠি যত
তীৰ্থত ভ্ৰমোক পঢ়োক বেদনিচয়।
যজোক সমস্তে যজ্ঞচয় যোগক জানোক সমস্তয়
হৰি বিনে কদাচিতো মৃত্যু নতৰয়।।৬০০।।

---

৫৯৯। তাৱৎ কৰ্ম্মাণি কুৰ্ব্বীত ন নিৰ্ব্বিদ্যেত যাৱতা।
মৎকথাশ্ৰৱণাদৌ ৱা শ্ৰদ্ধা যাৱন্ন জায়তে।।
—ভাগৱত-পুৰাণ, ১১.২০.৯
৬০০। তপন্তু তাপৈঃ প্ৰপতন্তু পৰ্ব্বতাদটন্তু তীৰ্থানি পঠন্তু চাগমান্।
যজন্তু যাগৈৰ্ৱিৱদন্তু ৱাদৈৰ্হৰিং ৱিনা নৈৱ মৃত্যুং তৰন্তি।।
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৭.১৪।।২৭।।

মহন্তসৱৰ সঙ্গ লৈয়া হৰিত একান্তে চিত্ত দিয়া
পৰম আনন্দে গাৱে হৰিগুণনাম।
সহজে দয়ালু দেৱ হৰি লৈবে আপুনাৰ দাস কৰি
হৰিদাস ভৈলে হৈবা ভাই পূৰ্ণকাম।।৬০১।।

## মহিমাযুক্ত উপদেশ

ব্যাস নিগদতি লুব্ধমতি শুনিয়ো আনন্দে কৰ্ণপাতি
দেঞো উপদেশ উৰ্দ্ধ বাহু উচ্চ কৰি।
এহিমানে মাত্ৰ মহামন্ত্ৰ সংসাৰ দুৰ্ঘোৰ বিষহাৰী
নমো নাৰায়ণ বুলিয়োক মুখ ভৰি।।৬০২।।
সকলে নিগম কল্পতৰু তাৰ ফল মহাভাগৱত
শুকমুখে আসি ভূমিত ভৈলা বিদিত।
ৰসত চতুৰ যিটোজন কৃষ্ণৰ চৰণে দিয়া মন
পৰম সন্তোষে পিয়োক ৰস অমৃত।।৬০৩।।

৬০২। নাৰায়ণায় নম ইত্যয়মেৱ সত্যঃ
সংসাৰঘোৰবিষসংহৰণায় মন্ত্ৰঃ।
শৃণ্বন্তু লুব্ধমতয়ো মুদিতাঃ সৰাগম্
উচ্চৈস্তৰামুপদিশাম্যহমূৰ্দ্ধ বাহুঃ।।
৬০৩। নিগমকল্পতৰোৰ্গলিতং ফলং শুকমুখাদমৃতদ্ৰৱসংযুতম্।
পিবত ভাগৱতং ৰসমালয়ং মুহুৰহো ৰসিকা ভুৱি ভাৱুকাঃ।।
—ভাগৱত-পুৰাণ, ১.১.৩



হৰিক সততে স্মৰা প্ৰজা সমস্তে পুণ্যৰ ইসে ৰাজা
হৰিক স্মৰণে সিজয় পুণ্য কিঙ্কৰ।
নপাসৰিবাহা কদাচিত শুনা কথা ইটো বিপৰীত
হৰি পাসৰিলে সিজে পাপ নিৰন্তৰ।।৬০৪।।
শুনিয়ো পাৰ্ব্বতী তুমি এৱে ৰাম ৰাম ৰাম বোলা যেৱে
তোমাৰ বদন হৈবেক শ্ৰেষ্ঠ অমূল্য।
ৰাম ৰাম ৰাম ৰাম বুলি ৰামতে ৰমোহো সৰ্ব্বক্ষণে
জানা ৰামনাম সহস্ৰ নামৰ তুল্য।।৬০৫।।
বেদাগম আদি কৰি যত বিস্তৰ শাস্ত্ৰৰ নাহি কাজ
বিস্তৰ তীৰ্থত নাহি কিছু প্ৰয়োজন।
সংসাৰ তৰিতে খোজা যেৱে আপুন মোক্ষৰ হেতু তেৱে
গোৱিন্দ গোৱিন্দ বেকতে বোলা বচন।।৬০৬।।
মাধৱে বোলন্ত ধনঞ্জয় মহা দুৰাচাৰো আতিশয়
আন দেৱ তেজি মোকেসে মাত্ৰ ভজয়।

৬০৪। স্মৰ্ত্তব্যঃ সততং ৱিষ্ণুৰ্ৱিস্মৰ্ত্তব্যো ন জাতুচিৎ।
সৰ্ব্বে ৱিধিনিষেধাঃ স্যুৰেতয়োৰেৱ কিঙ্কৰাঃ।।
—পদ্ম-পুৰাণ, উত্তৰ খণ্ড, ৭২.১০০ (ভক্তি-ৰত্নাকৰ ৭.২৮)
৬০৫। ৰাম ৰামেতি ৰামেতি ৰমে ৰামে মনোৰমে।
সহস্ৰনাম তত্তুল্যং ৰামনামেত্যুক্তং তদপি।।
—পদ্ম-পুৰাণ, উত্তৰখণ্ড, ৭২.৩৩৫; ২৮২.২১
৬০৬। কিং তাত ৱেদাগমশাস্ত্ৰৱিস্তৰৈস্তীৰ্থৈৰনেকৈৰপি কিং প্ৰয়োজনম্।।
যদ্যাত্মনো ৱাঞ্ছসি মোক্ষকাৰণং গোৱিন্দ গোৱিন্দ ইতি স্ফুটং ৰচঃ।।
—ৱিষ্ণুধৰ্ম্মোত্তৰ; তুল. অজামিলোপাখ্যান, ৩৬

**তাকেসে পৰম সাধু বুলি মানিবা মনত সৰ্ব্বক্ষণে**
**যিহেতু সম্যকে কৰিল মোক নিশ্চয়।।৬০৭।।**
**ভক্তিৰ মহিমা বিপৰীত অধৰ্ম্ম তেজিয়া ধৰ্ম্মচিত্ত**
**হোৱে শীঘ্ৰে মোক ভজি জানা কুন্তীসুত।**
**আক যি কুতৰ্কী নমানয় তথা গৈয়া বায়া বাদ্যচয়**
**বাহু মেলি কৰা অঙ্গীকাৰ অদভূত।।৬০৮।।**
**মোহোৰ পৰম ঈশ্বৰৰ দুৰাচাৰ ভক্তো নোহে নষ্ট**
**কিন্তু সিটো ভক্ত কৃতাৰ্থ আতি হোৱয়।**
**তোম্মাৰ প্ৰগল্‌ভ প্ৰৌঢ়ি শুনি সমস্তে কুতৰ্ক পৰিহৰি**
**গুৰুত্বে তোম্মাত কৰিবে সৱে আশ্ৰয়।।৬০৯।।**
**আম্মাৰ নিৰ্ম্মল ভকতিত দুৰাচাৰো তৰে কোন চিত্ৰ**
**আম্মাক ভজিয়া চাণ্ডালো তৰে সংসাৰ।**

---

৬০৭। অপি চেৎ সুদুৰাচাৰো ভজতে মামনন্যভাক্।
সাধুৰেৱ স মন্তব্যঃ সম্যগ্ ব্যৱসিতো হি সঃ।। —ভগৱদ্‌গীতা, ৯.৩০

৬০৮-৯। ক্ষিপ্ৰং ভৱতি ধৰ্ম্মত্মা শশ্বচ্ছান্তিং নিগচ্ছতি।
কৌন্তেয় প্ৰতিজানীহি ন মে ভক্তঃ প্ৰণশ্যতি।। —ভগৱদ্‌গীতা, ৯.৩১

...কুতৰ্ককৰ্কশৱাদিনো নৈতন্মন্যেৰন্নিতি শঙ্কাব্যাকুলমৰ্জ্জুনং প্ৰোৎসাহয়তি—হে কৌন্তেয়, পটহকাহলাদিমহাঘোষপূৰ্ব্বকং ৱিৱদমানানাং সভাং গত্বা বাহুমুৎক্ষিপ্য নিঃশঙ্কং প্ৰতিজানীহি..... ন প্ৰণশ্যতি অপি তু কৃতাৰ্থ এৱ ভৱতীতি। ততশ্চ তে তৎপৌঢ়িৱিজৃম্ভাৎ ৱিধ্বংসিতকুতৰ্কাঃ সন্তো নিঃসংশয়ঃ ত্বামেৱ গুৰুত্বেনাশ্ৰয়েৰন্।

—শ্ৰীধৰস্বামী, (গীতা) সুবোধিনী-টীকা, ৯.৩১



**স্ত্ৰী শূদ্ৰ বৈশ্য আদি যত বিষয়ত মাত্ৰ সদা ৰত**
**মোক ভজি সুখে ইসৱো হোৱে উদ্ধাৰ।।৬১০।।**
**ব্ৰাহ্মণ ক্ষত্ৰিয় পুণ্যতনু মোক ভজি তৰিবেক পুনু**
**আত অদভূত নাহিকে কোনো সংশয়।**
**ৰাজঋষিতনু আছা পায়া অনিত্য অসুখ লোক জানি**
**আতি শীঘ্ৰে মোক ভজা সখি ধনঞ্জয়।।৬১১।।**
**মোতে মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোৱা সৰ্ব্বক্ষণ**
**মোক পূজা মোকে মাত্ৰ কৰা নমস্কাৰ।**
**কহিলো তোম্মাত সত্য বাণী পাইবা সুখে মোক মহামানী**
**তুমি প্ৰিয়তম সুহৃদ সখি আম্মাৰ।।৬১২।।**

---

৬১০। মাং হি পাৰ্থ ব্যপাশ্ৰিত্য যে’ পি স্যুঃ পাপযোনয়ঃ।
স্ত্ৰিয়ো ৱৈশ্যাস্তথা শূদ্ৰাস্তে’ পি যান্তি পৰাং গতিম্।।

—ভগৱদ্‌গীতা, ৯.৩২

স্বাচাৰভ্ৰষ্টং মদ্ভক্তিঃ পৱিত্ৰীকৰোতীতি কিমত্ৰ চিত্ৰম্.........।

—সুবোধিনী-টীকা

৬১১। কিং পুনৰ্ব্ৰাহ্মণাঃ পুণ্যা ভক্তা ৰাজৰ্ষয়স্তথা।
অনিত্যমসুখং লোকমিমং প্ৰাপ্য ভজস্ব মাম্।।

—ভগৱদ্‌গীতা, ৯.৩৩

অতস্ত্বমিমং ৰাজৰ্ষিৰূপং লোকং দেহং প্ৰাপ্য লব্ধৱা মাং ভজস্ব.......।

—সুবোধিনী-টীকা

৬১২। মন্মনা ভৱ মদ্ভক্তো মদ্‌যাজী মাং নমস্কুৰু।
মামেৱৈষ্যসি সত্য তে প্ৰতিজানে প্ৰিয়োঽসি মে।

—ভগৱদ্‌গীতা, ১৮.৬৫

ভগৱন্ত দেৱ নিগদতি শুনিয়ো অৰ্জ্জুন মহামতি
তোহ্মাত কহঞো পৰম ইটো ৰহস্য।
ঐশ্বৰ্য্য বিভূতি বলে সমে জানে যিটো মোক নৰোত্তমে
সিও ভৈল মোৰ তাৰ ভৈলো মঞি বশ্য।।৬১৩।।
অসম্মুঢ়ভাৱে যিটোজনে উত্তম পুৰুষ মোক মানে
তাকে সৰ্ব্ববেত্তা বুলিয় সখি অৰ্জ্জুন।
সিটো সমস্তকে পৰিহৰি কায় বাক্য মনে যত্ন কৰি
ভজয় আহ্মাক পুৰুষ সিটো নিপুণ।।৬১৪।।
মোত হন্তে হোৱে চৰাচৰ মোতেসে প্ৰৱৰ্ত্তে নিৰন্তৰ
ইহাক অৰ্জ্জুন জানে যিটো মহাজন।
পৰম বিৱেকী সিটোজন মোৰ ভাৱ যুক্ত হুয়া মন
মোকে মাত্ৰ ভজে শ্ৰৱণ কৰি কীৰ্ত্তন।।৬১৫।।

---

৬১৩। ময্যাসক্তমনাঃ পাৰ্থ যোগং যুঞ্জন্মদা শ্ৰয়ঃ।
অসংশয়ং সমগ্ৰং মাং যথা জ্ঞাস্যসি তচ্ছৃণু।।
—ভগৱদ্গীতা, ৭.১

সমগ্ৰং ৱিভূতিবলৈশ্বৰ্য্যাদিসহিতম্।
—সুবোধিনী-টীকা

৬১৪। যো মামেৱমসম্মূঢ়ো জানাতি পুৰুষোত্তমম্।
স সৰ্ব্বৱিদ্ভজতি মাং সৰ্ব্বভাৱেন ভাৰত।।
—ভগৱদ্গীতা, ১৫.১৯

৬১৫। অহং সৰ্ব্বস্য প্ৰভৱো মত্তঃ সৰ্ব্বং প্ৰৱৰ্ত্ততে।
ইতি মত্বা ভজন্তে মাং বুধা ভাৱসমন্বিতাঃ।।
—ভগৱদ্গীতা, ১০.৮



মোতেসে কেৱলে দিয়া চিত্ত মোতে মাত্ৰ প্ৰাণ অৰ্পি নিত
অন্যোঅন্যে মিলি মোকেসে বোধ কৰাৱে।
মোকে মাত্ৰ কহে সৰ্ব্বক্ষণে পৰম সন্তোষ লভি মনে
আনন্দসাগৰে মজি ৰহে প্ৰেমভাৱে।।৬১৬।।
ৰহস্যক জানে যিটো লোক সততে কীৰ্ত্তন কৰে মোক
ধৰি দৃঢ় ব্ৰত কৰি যত্ন বিপৰীত।
মোৰ সৰ্ব্বোত্তম দুই পাৱে কৰে নমস্কাৰ ভক্তিভাৱে
তাৰ মোৰ এড়াএড়ি নাহি কদাচিত।।৬১৭।।
মাধৱে কহন্ত অৰ্জ্জুনত শুনা ইটো পৰমাৰ্থ তত্ত্ব
ভকতেসে মোৰ মহিমা জানে নিঃশেষ।
তত্ত্বৰূপে সখি জানি মোক তৰিয়া দুৰ্ঘোৰ দুঃখশোক
অন্তকালে গৈয়া আমাত হোৱে প্ৰৱেশ।।৬১৮।।
কৃষ্ণ নিগদতি সব্যসাচী পৰমাৰ্থ তত্ত্ব লৰা বাছি
সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আহ্মাত।

---

৬১৬। মচ্চিত্তা মদ্গতপ্ৰাণা বোধয়ন্তঃ পৰস্পৰম্।
কথয়ন্তশ্চ মাং নিত্যং তুষ্যন্তি চ ৰমন্তি চ।। —ভগৱদ্গীতা, ১০.৯
৬১৭। সততং কীৰ্ত্তয়ন্তো মাং যতন্তশ্চ দৃঢ়ব্ৰতাঃ।।
নমস্যন্তশ্চ মাং ভক্ত্যা নিত্যযুক্তা উপাসতে।।
—ভগৱদ্গীতা, ৯.১৪

৬১৮। ভক্ত্যা মামভিজানাতি যাৱান্ যশ্চাস্মি তত্ত্বতঃ।
ততো মাং তত্ত্বতো জ্ঞাত্বা ৱিশতে তদনন্তৰম্।।
—ভগৱদ্গীতা, ১৮.৫৫

মোতে মাত্র সদা দিয়া চিত্ত গায়া মোৰ গুণনাম গীত
সকলে শাস্ত্রৰ কহিলো সাৰ সাক্ষাত।।৬১৯।।

## ছবি

ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ
মাধৱৰ প্রসাদে মিলয়।
কৃষ্ণৰ কৃপাত জানা গুচয় সংসাৰ ভয়
এহিমানে গীতাৰ নির্ণয়।।৬২০।।

## লেছাৰি

জানা শ্রীৰাম নাম নিজ সমস্তে মন্ত্ৰৰ মূল বীজ
সঞ্জীৱনীপ্রায় যাৰ মনে প্রৱেশয়।
যদি হলাহল পান কৰে প্রলয় বহ্নিত যদি পৰে
মৃত্যুৰ মুখত প্রৱেশিলে নাহি ভয়।।৬২১।।

৬১৯। তুল. ভগৱদ্‌গীতা, ১৮।৬৩, ৬৪-৬৬।।
৬২০। ভগৱদ্ভক্তিযুক্তস্য তৎপ্রসাদাত্মবোধতঃ।।
সুখং বন্ধৱিমুক্তিঃ স্যাদিতি গীতার্থসংগ্রহঃ।।
—শ্রীধৰস্বামী, (গীতা) সুবোধিনী-টীকা, ১৮.৭৮
৬২১। শ্রীৰামনামাখিলমন্ত্ৰৱীজং
সঞ্জীৱনী চেন্মনসি প্রৱিষ্টম্।
হলাহলং ৱা প্রলয়ানলং ৱা
মৃত্যোর্ম্মুখং ৱা ৱিশতাং কুতোভয়ম্।।
(—ভক্তি-বিৱেক, ৩১৬)

৬২০। পা. তেৱে—জানা/ সুখে/ পাছে; গচয়-তৰয়; ভয়—বন্ধ



পূর্ণ শশী পূর্ণ দুগ্ধসিন্ধু সিমত প্রকাশ নকৰয়
কমনীয় লক্ষ্মী বদনো সিমত নয়।
ঈশ্বৰ কৃষ্ণৰ পাদপদ্ম ভজি স্পৃহাহীন ভৈলা সিটো
সিটো মনগোট যিমতে শোভা কৰয়।।৬২২।।
শ্রীমুকুন্দৰ নামগুণ কীর্ত্তন প্রকাশে যিদিশত
সি দিশক প্রতি নমস্কাৰ যিটো কৰে।
চিদানন্দ ঘন স্বৰূপত ঈশ্বৰ কৃষ্ণত নিত্যাগত
পৰম আনন্দ কৰে সিটো সাধু নৰে।।৬২৩।।
হৰিভক্তি ৰাজমার্গে গুৰু- পদনখ চন্দ্র প্রকাশিত
শ্রুতি জননীৰ পদপন্থ অনুসৰি।
ফুৰো হুয়া আমি আনন্দিত স্খলন নাহিকে কদাচিত
মহাজনসৰ জানিবা নিশ্চয় কৰি।।৬২৪।।

৬২২। ন তথা ভাতি পূর্ণেন্দুর্ন পূর্ণোদুগ্ধসাগৰঃ।
ন লক্ষ্মীৱদনং কান্তং স্পৃহাহীনং যথা মনঃ।।
৬২৩। কীর্ত্তনং শ্রীমুকুন্দস্য যস্যান্দিশি ৱিৰাজতে।
নত্বা তাং দিশমানন্দঘনে নন্দতি মানৱঃ।।
—ব্রহ্মপুৰাণ
৬২৪। হৰিভক্তিৰাজমার্গে গুৰুপদনখচন্দ্রিকাধৌতে।
শ্রুতিজননীপদপদ্ধতিমনুসৰতাং ন কুতঃ স্খলনম্।।

## নিন্দা

**শ্রীমন্ত শঙ্কৰে প্ৰকাশিলা গোৱিন্দৰ গুণনাম যশ**
**জগতৰ লোকে পৰম আনন্দে গাৱে।**
**হেনয় শঙ্কৰ গুৰু বিনে কমন কাৰণে আন জনে**
**লোকৰ মাজত আপুনি গুৰু বোলাৱে।।৬২৫।।**
**বিষ্ণুৰ সহস্ৰনাম সদা আছন্তো জিহ্বায়ে তাক এড়ি**
**সদায় বিৰোধ বচন মাত্ৰ ৰটয়।**
**বুদ্ধি বিষ্ণুতত্ত্ব পৰিহৰি অসন্ত বস্তুত ৰতি কৰি**
**যেন বেশ্যা জাৰপতিত মাত্ৰ ৰময়।।৬২৬।।**
**সমস্তৰে আদি নৰতনু উদ্যম কোটিয়ো নপায় পুনু**
**কোনো ভাগ্যোদয়ে পায়া নাৱ দৃঢ় আতি।**
**গুৰু ভৈলা আৰ কৰ্ণধাৰ কৃষ্ণে ভৈলা অনুকূল বায়ু**
**তথাপি সংসাৰ নতৰয় আত্মঘাতী।।৬২৭।।**
**মাধৱে বোলন্ত শ্ৰুতি স্মৃতি মোৰ আজ্ঞা বাণী জানা নিষ্ঠি**
**যিটোজনে আকে উলঙ্ঘিয়া প্ৰৱৰ্ত্তয়।**

---

৬২৬। তিষ্ঠতি ৱিষ্ণোৰ্নামসহস্ৰং জিহ্বা ৰপতি ৱিৰুদ্ধমজস্ৰম্।
প্ৰায়ো বুদ্ধিৰসদাসক্তা কুলটা জাৰপত্যাৱনুৰক্তা।।
৬২৭। নৃদেহমাদ্যং সুলভং সুদুৰ্ল্লভং প্লৱং সুকল্পং গুৰুকৰ্ণধাৰম্।
ময়ানুকূলেন নভস্বতেৰিতং পুমান্ ভৱাব্ধিং ন তৰেৎ স আত্মহা।।
—ভাগৱত-পুৰাণ, ১১.২০.১৭



**ভৈল সিটো মোৰ আজ্ঞাছেদী মোক দ্বেষ কৰিলেক আতি**
**মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নোহয়।।৬২৮।।**
**যত উগ্ৰ তপ জ্ঞান গুণ যাগ যোগ যজ্ঞ দান পুণ্য**
**কিবা প্ৰয়োজন সাধিবেক তাসম্বাৰ।**
**কৃষ্ণ জগতৰ গুৰু নিষ্ঠ মোক্ষসুখপ্ৰদ দেৱ ইষ্ট**
**তাহান চৰণে ভকতি নাহিকে যাৰ।।৬২৯।।**
**শিশুৰ বিষয় আশা আগ যুৱা সেৱা কৰে পায়া লাগ**
**বৃদ্ধে ভোগ কৰি পিঠি দিলে বিষয়ক।**
**হৰি ভকতিক পৰিহৰি বৃদ্ধে বিষয়ক টেৰ কৰি**
**পুনু পালটিয়া নিৰেখি আছে কিসক।।৬৩০।।**
**বালকে কৰোক বহুমান যুৱায়ে সেৱোক পাৰেমান**
**বৃদ্ধে বিষয়ৰ বহিৰ্ভূত হুয়া ৰৈল।**

---

৬২৮। শ্ৰুতিস্মৃতিৰ্মমৈৱাজ্ঞে যস্তল্লঙ্ঘ্য প্ৰৱৰ্ত্ততে।
আজ্ঞাচ্ছেদী মম দ্বেষী মদ্ভক্তোহ'পি ন ৱৈষ্ণৱঃ।।
—বৃহদ্বামন-পুৰাণ, (?)
৬২৯। কিং ৱিদ্যায়া চান্যগুণৈশ্চ তেষাং যজ্ঞৈশ্চ দানৈশ্চ তপোভিৰুগ্ৰৈঃ।
যেষাং ন ভক্তিৰ্ভৱতীহ কৃষ্ণে জগদ্‌গুৰৌ মোক্ষসুখপ্ৰদে চ।।
—ব্ৰহ্ম-পুৰাণ, ৪৯.৭০
৬৩০। অগ্ৰে কস্যাচিদস্তি কিঞ্চিদভিতঃ কেনাপি পৃষ্ঠে কৃতঃ।
সংসাৰশিশুভাৱযৌৱনজৰাভাৰাৱতাৰাদয়ঃ।। —শান্তিশতক, ৪২

---

৬২৯। পা. গুৰুনিষ্ঠ— গুৰু ইষ্ট/আত্মা নিজ
মোক্ষ সুখপ্ৰদ দেৱ ইষ্ট— মোক্ষপ্ৰদ দেৱ গুৰু ইষ্ট

ভোগ কৰিবাক নপাৰয় তথাপিতো আশা নছাড়য়
হৰি হৰি হৰি কিনো বিপৰীত ভৈল।।৬৩১।।
বৃদ্ধেসৰে জানা বিষয়ক ভোগ কৰিবাক নপাৰয়
ভক্তিহীন বৃদ্ধে তেজিতে সমৰ্থ নয়।
দশন বিহীন কুত্তা যেন হাড় চোবাইবাক নপাৰয়
জিহ্বা লড়বড় কৰি মাত্ৰ চেলেকয়।।৬৩২।।
বৈষ্ণৱ নিন্দুক সূচকক বিষ্ঠা লুটা গ্ৰাম্য শূকৰক
বিধাতায়ে দুইকো স্ৰজিলন্ত দায়াতৰে।
সূচকে জানিবা নিৰন্তৰে সাধুসকলক শুদ্ধি কৰে
যিমতে শূকৰে গ্ৰামক শোধন কৰে।।৬৩৩।।
মৃগ মীন মহাসাধু নৰে মনৰ সন্তোষে তৃণ জলে
হিংসাশূন্য হুয়া থাকয় জীৱন ধৰি।
তথাপিতো ইটো ত্ৰিতয়ৰ কৈৱৰ্ত্ত পিশুন ব্যাধসৰ
ইটো জগতত তিনি অকাৰণ বৈৰী।।৬৩৪।।

---

৬৩১।বালস্তদ্বহুমন্যতাং স্বৱয়সি প্ৰাগ্‌ভো যুৱাসেৱতাং।
বৃদ্ধস্তদ্বিষয়াদ্বহিষ্কৃত ইৱ ব্যাবৃত্য কিং পশ্যতি।। —শান্তিশতক, ৪২
৬৩২। নাপি ভোক্তুং ন চ ত্যক্তুং শক্নোতি বিষয়ান্ জৰী।
অস্থিনিদৰ্শনঃ শ্বেৱ জিহ্বায়া লেঢ়ি কেৱলম।।
৬৩৩। সূচকঃ শূকৰশ্চৈৱ দ্বাৱেতৌ ৱিধিনিৰ্ম্মিতৌ।
সূচকঃ শুধ্যতি সাধুন্ গ্ৰামঞ্চ শূকৰো যথা।।
৬৩৪। মৃগমীনমহাসাধুনাং তৃণজলসন্তোষৱিহিতবৃত্তীনাং।
লুব্ধককৈৱৰ্ত্ত পিশুনাঃ অকাৰণবৈৰিণো জগতি।।
—নাৰদীয়-পুৰাণ, ৩৫.৩৭



সমস্তৰে আত্মা নাৰায়ণ আত্ম সুখে ৰতি সৰ্ব্বক্ষণ
এহি হেতু হৰি সমস্ত প্ৰাণীতে সম।
তাঙ্ক যিটো ভজে সুখে তৰে নভজি সংসাৰে মজি মৰে
কৃষ্ণক বিষম বোলয় কোন অধম।।৬৩৫।।

## আত্ম-নিন্দা

হৰিসে কেৱলে সঞ্চা মাত্ৰ ৰাম ৰাম ৰাম ৰাম ৰাম
তান্ত বিনে মিছা যত দেখি শুনি মানে।
তাক যিটো মিছা কৰি আশা ৰাম ৰাম ৰাম ৰাম ৰাম
দুৰাচাৰ মন মৰস কেনে অজ্ঞানে।।৬৩৬।।

## মহিমা

ৰা-শবদক উচ্চৰন্তে ৰাম ৰাম ৰাম ৰাম ৰাম
মুখ হন্তে বাজ হুয়া পলায় পাপমানে।

---

৬৩৫। ন ব্ৰহ্মণঃ স্বপৰভেদমতিস্তৱ স্যাৎ-
সৰ্ব্বাত্মনঃ সমদৃশঃ স্বসুখানুভূতেঃ।
সংসেৱতাং সুৰতৰোৰিৱ তে প্ৰসাদঃ
সেৱানুৰূপমুদয়ো ন বিপৰ্য্যয়ো'ত্ৰ।।
—ভাগৱত-পুৰাণ, ১০.৭২.৬
৬৩৬। ইয়াৰ পিছত কোনো কোনো পুথিত এই যোকা ঘোষা পোৱা যায়।
(কামৰূপ অনুসন্ধান সমিতিৰ সংগ্ৰহৰ পুথি দ্ৰষ্টব্য)
হৰি সত্য নিত্য ভগৱন্ত নাহি পূৰ্ব্বাপৰ আদি অন্ত
তাহান চৰিত্ৰ পৰম আনন্দ ৰস।
তাক এৰি মন দুৰাশয় যতেক বিষয় বিষময়
তাঙ্ক আশা এৰি সংসাৰে মজি মৰস।।

পুণ্যমানে হোৱে অভ্যন্তৰে ৰাম ৰাম ৰাম ৰাম ৰাম
ম-বুলি আতি কপাট মাৰয় টানে।।৬৩৭।।

কৃষ্ণ প্ৰিয়তম আত্মা নিজ ৰাম ৰাম ৰাম ৰাম ৰাম
যাত হন্তে অণুমাত্ৰকো ভয় নুশুনি।

আক যিটো জানে সেহিজন ৰাম ৰাম ৰাম ৰাম ৰাম
বিদ্যাৱন্ত গুৰু সেহিসে হৰি আপুনি।।৬৩৮।।

অনন্ত শকতি তুমি ৰাম লক্ষ্মণ সুগ্ৰীৱ বিভীষণ
হনুমন্ত আদি মহা মহা বীৰগণে।

আনি তৰু লতা পৰ্ব্বতক কতেক যোজন সমুদ্ৰক
সেতু বান্ধি পাৰ ভৈলাহা মহা যতনে।।৬৩৯।।

হে প্ৰাণপ্ৰভু ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
তোহ্মাত কৰিয়া তযু গুণনাম চাৰ।

বিনা সেতুবন্ধ কৰি নৰে ৰাম ৰাম ৰাম ৰাম ৰাম
অপাৰ সংসাৰ সমুদ্ৰৰ হোৱে পাৰ।।৬৪০।।

---

৬৩৭। ৰাশব্দোচ্চাৰণেনৈৱ মুখান্নির্যাতি পাতকম্।।
পুণ্যং প্ৰৱিষ্টং ভৱতি মকাৰস্তু কপাটকম্।।
৬৩৮। কৃষ্ণঃ প্ৰিয়তমশ্চাত্মা যতো ন ভয়মন্বপি।
ইতি ৱেদ স ৱৈ বিদ্বান্ যো বিদ্বান স গুৰুৰ্হৰিঃ।।
৬৪০। ৰাম ত্বত্তোহ’ধিকং নাম যদুক্তৈৰ নৰস্তৰেৎ।
ৱিনাপি সেতুনির্ম্মাণমপাৰং ভৱসাগৰম্।।



কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি যিটো অন্তকালে নিজপ্ৰাণ তেজে
আদ্যৰ শবদে মুকুতি তাঙ্ক দিৱয়।

আৰ আক কিবা দিবো বুলি আউৰ দুইপদে লজ্জা হুয়া
ঋণী ভৈলো বুলি নমাইয়া মাথ থাকয়।।৬৪১।।

হে কৃষ্ণ তযু পদমূলে একান্ত শৰণ লৱে যিটো
কোন লাভ ইটো এড়াইবে কালৰ ভয়।

তযু ভকতৰ সঙ্গগোটে সৰ্ব্ব পুৰুষাৰ্থৰাশি শিৰে
চড়িয়া কৌতুকে অত্যন্ত নৃত্য কৰয়।।৬৪২।।

পৰম দুৰ্ব্বোধ্য আত্মতত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।

তাহান চৰিত্ৰ সুধাসিন্ধু তাত ক্ৰীড়া কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়।।৬৪৩।।

উৰুক্ৰম পদৰেণু সেৱি ছয় ঊৰ্মি জিনিলেক যিটো
সিটো পুৰুষৰ জানিবা আশ্চৰ্য্য নাই।

---

৬৪১। কৃষ্ণঃ কৃষ্ণঃ কৃষ্ণ ইত্যন্তকালে
জল্পন্ জন্তুৰ্জীৱিতং যো জহাতি।
আদ্যশব্দঃ কল্পতে তস্য মুক্ত্যৈ
ব্ৰীড়ানম্ৰৌ তিষ্ঠাতো’ন্যাবৃণস্থৌ।। —ভাৰত-ৱিভাগ (?)
৬৪২। ত্বৎপাদমূলে প্ৰৱিষ্টস্য কৃতান্তভয়াভাৱঃ কিয়ানয়ং লাভঃ যত্ত্বদ্ভক্তসঙ্গ
এৱ সকলপুৰুষাৰ্থশ্ৰেণিশিৰসি নৰীণতি।
৬৪৩। দুৰৱগমাত্মতত্ত্বনিগমায় তৱাত্মনশ্চৰিতামহামৃতাব্ধিপৰিৱৰ্ত্তপৰিশ্ৰমণাঃ।।
ন পৰিলসন্তি কেচিদপৱৰ্গমপীশ্বৰ তে চৰণসৰোৰুহং সকুলসঙ্গৱিসৃষ্টগৃহাঃ।।

আকেসে আশ্চৰ্য্য বুলি ধৰি যাৰ নাম একবাৰ স্মৰি
চাণ্ডালো সম্প্ৰতি সংসাৰবন্ধ এড়ায়।।৬৪৪।।
কৃষ্ণক বোলন্ত ধনঞ্জয় তোহ্মাৰ কীৰ্ত্তনে কৃপাময়
আতি অনুৰাগে জগতে কৰে হৰিষ।
তোহ্মাৰ কীৰ্ত্তন অগনিৰ শিখায়ে দগধ হুয়া আতি
ৰাক্ষস পিশাচ পলাই যায় দশোদিশ।।৬৪৫।।
ভক্তিসৰোবৰে কৃষ্ণপদ পঙ্কজত পৰি নিৰন্তৰে
পৰম আনন্দে ভকত ভ্ৰমৰ জাকে।
কৃষ্ণ যশৰসমধুপানে মত্ত হুয়া আতি সাৰধানে
ৰামনাম ৰাজহংস ৰাৰ শুনি থাকে।।৬৪৬।।
ঐকান্তিক মহামুনি যত নিৰৰ্ত্তিয়া বিধি নিষেধত
নিৰ্গুণ ভাৰত থিতি হুয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰতত্ত্ব কৃষ্ণ কথামৃত সাগৰত
কথনে মথনে সদায়ে ৰমণ কৰে।।৬৪৭।।

---

৬৪৪। নৈৰংৰিধঃ পুৰুষকাৰ উৰুক্ৰমস্য পুংসাং তদঙিঘ্ৰৰজসা জিতষড় গুণানাং
চিত্ৰং ৰিদূৰৰিগতঃ সকৃদাদদীত যন্নামধেয়মধুনা জহাতি বন্ধম্।।
—ভাগৱত-পুৰাণ, ৫.১.৩৫

৬৪৫। স্থানে হৃষীকেশ তৱ প্ৰকীৰ্ত্ত্যা জগৎ প্ৰহৃষ্যত্যনুৰজ্যতে চ।
ৰক্ষাংসি ভীতানি দিশো দ্ৰৱন্তি সৰ্ব্বে নমস্যন্তি চ সিদ্ধসঙ্ঘাঃ।।
—ভগৱদ্‌গীতা, ১১.৩৬

৬৪৭। প্ৰায়েণ মুনয়ো ৰাজন্নিবৃত্তা ৰিধিষেধতঃ।
নৈৰ্গুণ্যস্থা ৰমন্তে স্ম গুণানুকথনে হৰেঃ।। —ভাগৱত-পুৰাণ,২.১.৭



হৰিৰ গুণৰ দেখা বল লভিলেক যিটো মোক্ষফল
তাহাৰাসৰৰো চিত্তক আনয় টানি।
এতেকে নিপুণ যিটোজন কৃষ্ণৰ চৰণে দিয়া মন
হৰিৰ গুণক নছাড়িবা সাৰ জানি।।৬৪৮।।
শুক নিগদতি পৰীক্ষিত যদি আমি নিৰ্গুণত থিত
তথাপি উত্তম শ্লোকৰ মহিমা গুণে।
কৰিলেক মোক বশ্য চিত্ত ভাগৱত গ্ৰন্থ বিপৰীত
পৰম আনন্দে পঢ়িলো আমি আপুনে।।৬৪৯।।
তোহ্মাত কহিবো সেহি শাস্ত্ৰ তুমি আক শুনিবাৰ পাত্ৰ
মহাপুৰুষৰ সেৱক তুমি সম্প্ৰতি।
ই শাস্ত্ৰৰ শ্ৰদ্ধা মাত্ৰকত মুকুন্দৰ পাদ পঙ্কজত
আতি শীঘ্ৰে তাৰ হুইবে জানা সতী মতি।।৬৫০।।
সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু অনন্ত বিচিত্ৰ কৰ্ম্ম হৰি
কৰা যিটো তাক গাৱে শুনে প্ৰশংসয়।

---

৬৪৯। পৰিনিষ্ঠিতো’পি নৈৰ্গুণ্যে উত্তমশ্লোকলীলয়া।
গৃহীতচেতা ৰাজৰ্ষে আখ্যানং যদধীতৱান্।।
—ভাগৱত-পুৰাণ, ২.১.৯

৬৫০। তদহং তেহ’ভিধাস্যামি মহাপৌৰুষিকো ভৱান্।
যস্য শ্ৰদ্দধতামাশু স্যান্মুকুন্দে মতিঃ সতী।।
—ভাগৱত-পুৰাণ, ২.১.১০

অপৱৰ্গ দাতা ভগৱন্ত তাহান চৰণপঙ্কজত
তিনিৰো নিছয় উত্তম ভক্তি হোৱয়।।৬৫১।।

## নাম-মহিমা

হৰিকীৰ্ত্তনৰ তাপ লাগি পলায় পাপ দশো দিশে ভাগি
হেৰ পাইলে বুলি ভয়ত ভিড়ি লৰড়ে।
ব্ৰহ্মাণ্ড ভিতৰে নপাই ঠাই আউৰ ব্ৰহ্মাণ্ডক পলাই যায়
নামে খেদি নেন্তে ব্ৰহ্মাণ্ডোপৰি বাগৰে।।৬৫২।।
পাছে পাছে হৰিনামে খেদে একো ব্ৰহ্মাণ্ডত থান নেদে
মহা মহা পাতকৰ গৰ্ব্ব ভৈল দূৰ।
এৰে কৈক যাইবো বুলি ডৰি কাম্পে সৰে পাপ তৰতৰি
হৰিনামে পাই দহি কৰিলেক চূৰ।।৬৫৩।।
নামে পুৰুষক শুদ্ধ কৰি ৰৈল নাম তাতে ভৰিপূৰি
ধৰ্ম্মময় তনু ভৈ গৈল হৰিভকত।
হৰিৰ কৰুণা ভৈলা তাক উচ্চ কৰি দিয়া হৰি ডাক
পৰম সন্তোষে নাচে আতি আনন্দত।।৬৫৪।।
শুদ্ধে বা অশুদ্ধে এক নাম বোলে বা শুনে বা মনে স্মৰে
অপৰাধহীন পুৰুষক সদ্যে তাৰে।

৬৫১। যানীহ ৱিশ্বৱিলয়োদ্ভৱবৃত্তিহেতুঃ কৰ্ম্মাণ্যন্যৱিষয়াণি হৰিশ্চকাৰ।
যস্ত্বঙ্গ গায়তি শৃণোত্যনুমোদতে ৱা ভক্তিৰ্ভৱেদ্ভগৱতি হ্যপৱৰ্গমাৰ্গে।।
—ভাগৱত-পুৰাণ, ১০ .৬৯.৪৫



দেহ ধন জন অৰ্থ লোভে পাষণ্ড বুদ্ধিয়ে যিটো লৰে
সেহি হৰিনামে তাৰিতে শীঘ্ৰে নপাৰে।।৬৫৫।।

## তুতি

বসুদেৱ নিগদতি হাসি সাক্ষাতে বিদিত ভৈলা আসি
তুমিসি পুৰুষ প্ৰকৃতিতো কৰি পৰ।
সমস্তে জীৱৰ বুদ্ধি সাক্ষী কেৱলে আনন্দ অনুভৱ
স্বৰূপ সুখৰ সাগৰ দেৱ ঈশ্বৰ।।৬৫৬।।
হে কৃষ্ণ যত জীৱ নিত্য তিনি তাপে হুয়া সন্তাপিত
দুৰ্ঘোৰ সংসাৰ তাপত পৰি আছয়।
তযু পদ শ্বেতছত্ৰ প্ৰায় অমৃত বৰিষে সৰ্ব্বদায়
তাৰ ছায়া বিনে নেদেখো আৰ আশ্ৰয়।।৬৫৭।।

৬৫৫। নামৈকং যস্য জিহ্বাং স্মৰণপথগতং শ্ৰোত্ৰমূলং গতং ৱা।
শুদ্ধং ৱাশুদ্ধৱৰ্ণং ব্যৱহিতৰহিতং তাৰয়ত্যেৱ সত্যম্।।
তচ্চেদ্দেহদ্ৰৱিণৱনিতালাভপাষণ্ডমধ্যে।
নিক্ষিপ্তং স্যান্ন ফলজনকং শীঘ্ৰমেৱাত্ৰ ৱিপ্ৰ।।
—পদ্ম-পুৰাণ, স্বৰ্গখণ্ড, ৪৮.৫৬
ব্যৱহিতৰহিতং নামাপৰাধৰহিতং —ভক্তি-ৰত্নাকৰ, ৮.১০
৬৫৬। ৱসুদেৱ উৱাচ।। ৱিদিতো’ সি ভৱান্ সাক্ষাৎ পুৰুষং প্ৰকৃতেঃ পৰঃ।
কেৱলানুভৱানন্দস্বৰূপঃ সৰ্ব্ববুদ্ধিদৃক্।।
—ভাগৱত-পুৰাণ, ১০.৩.১৩
৬৫৭। তাপত্ৰয়েণাভিহতস্য ঘোৰে সন্তপ্যমানস্য ভৱাধ্বনীশ।
পশ্যামি নান্যচ্ছৰণং তৱাঙিঘ্ৰদ্বন্দ্বাতপত্ৰাদমৃতাভিৱৰ্ষাৎ।।
—ভাগৱত-পুৰাণ, ১১.১৯.৯

বলি নিগদতি যদুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
কিনো কৃপা মোক কৰিলাহা নাৰায়ণ।
দেৱৰো দুৰ্ল্লভ আতিশয় ৰাম ৰাম ৰাম ৰাম ৰাম
গৃহতে থাকিয়া দেখিলো তযু চৰণ।।৬৫৮।।

## প্ৰাৰ্থনা

ব্ৰহ্মা আদি কৰি জীৱ যত ৰাম ৰাম ৰাম ৰাম ৰাম
মায়াশয্যা মাজে আছয় ঘুমটি যাই।
তুমিসে চৈতন্য সনাতন ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই।।৬৫৯।।
ক্ষুদ্ৰ সুখে বহু আশা কৰি ভৱকূপে জীৱ আছে পৰি
কালসৰ্পে দংশি হৰিল চেতন তাৰ।
মোক্ষ ৰূপ তযু বাক্যামৃত কৃপায়ে সিঞ্চিয়া প্ৰতিনিত
দয়াময় কৃষ্ণ কৰিয়ো তাক উদ্ধাৰ।।৬৬০।।

৬৫৮। দৰ্শনং তে হি ভগৱন্দেৱানামপি দুৰ্লভম্।
অস্মাকং কিমহো ভাগ্যং দৃষ্টমদ্য গৃহে ৱসন্।।
৬৫৯। তুল. ব্ৰহ্মাদিতৃণপৰ্য্যন্তং ভূতগ্ৰামচতুৰ্ৱিধং।
চৰাচৰমিদং ৱিশ্বং প্ৰসুপ্তং যস্য মায়য়া।।
—গৰুড়-পুৰাণ, ২.২৩৮.৭ (ভক্তি-ৰত্নাকৰ, ৩৩.১৩)
৬৬০। দ্ৰষ্টং জনং সম্পতিতং বিলে’ স্মিন্ কালাহিনা ক্ষুদ্ৰসুখোৰুতৰ্ষম্।
সমুদ্ধৰৈনং কৃপয়াপৱগৈৰ্ৱচোভিৰাসিঞ্চ মহানুভাৱ।।
—ভাগৱত-পুৰাণ, ১১.১৯.১০

৬৫৯। পা. জীৱ যত— জীৱ নিৰন্তৰে/যত জীৱ



সৰোবৰে গ্ৰাহে ধৰি আছে গজেন্দ্ৰ পীড়াক পায়া পাছে
আকাশে গৰুড়কন্ধে চক্ৰ ধৰি হৰি।
দেখি সুৱৰ্ণৰ পদ্ম ধৰি বোলে দুঃখে আৰ্ত্তনাদ কৰি
নমো ভগৱন্ত গুৰু লৈয়ো দাস কৰি।।৬৬১।।
মধুৰিপু ৰাম ৰঘুপতি তুমি ভকতৰ নিজ গতি
তোক্ষাৰ চৰণে শৰণ কৰিলো সাৰ।
নমো দেৱ দীনদুঃখহাৰী দায়াশীল দামোদৰ প্ৰভু
আমি দুখিতক চৰণে কৰা উদ্ধাৰ।।৬৬২।।
হে কৃষ্ণ তযু পাদপদ্ম পঞ্জৰ ভিতৰে মোৰ মন
ৰাজহংস পশি থাকোক প্ৰভু সৰ্ব্বথা।
প্ৰাণ প্ৰয়াণৰ সময়ত কফ বাত পিত্ত আদি যত
কণ্ঠ নিৰোধনে তোক্ষাৰ স্মৰণ কথা।।৬৬৩।।
হে কৃষ্ণ পুত্ৰ পত্নী সঙ্গ তেজি তযু পদ চিন্তি নিত
গৰ্ব্বশূন্য সন্তসৱৰ আশ্ৰমে যাইবো।

৬৬১। সো’ন্তঃসৰস্যুৰুবলেন গৃহীত আৰ্ত্তো দৃষ্ট্ৱা গৰুত্মতি হৰিং খ উপাত্তচক্ৰম্।।
উৎক্ষিপ্য সাম্বুজকৰং গিৰমাহ কৃচ্ছ্ৰান্নাৰায়ণাখিলগুৰো ভগৱন্নমস্তে।।
—ভাগৱত-পুৰাণ, ৮.৩.৩২
৬৬৩। কৃষ্ণ ত্বদীয়পদপঙ্কজপঞ্জৰান্তে অদ্যৈৱ মে ৱিশতু মানসৰাজহংসঃ।
প্ৰাণপ্ৰয়াণসময়ে কফৱাতপিত্তৈঃ কণ্ঠাৱৰোধনৱিধৌ স্মৰণং কুতস্তে।।
—পাণ্ডৱী-গীতা

৬৬৩। পা. মোৰ মন—মজু মন।পশি—পক্ষি।
কণ্ঠ.... স্মৰণ কথা— কণ্ঠ অৰোধন তোমাৰ ৰহস্য কথা

তাসম্বাৰ মুখপদ্মে বাজ হুইবে তযু কথামৃত নদী
তাতে মগ্ন হুয়া দেহাৰ হাত এড়াইবো।।৬৬৪।।

## তাৎপর্য্য

চাৰিও বেদৰ চাৰি অক্ষৰ সাৰ কাঢ়ি আনি ব্ৰহ্মাদেৱে
বেকত কৰিয়া থৈলা নাৰায়ণবাণী।
সেহি নাৰায়ণ নাম গায়া শুদ্ধ কৰো আমি চিত্ত কায়া
হৰি সন্তোষৰ কাৰণ আন নজানি।।৬৬৫।।
একেখানি মাত্র শাস্ত্র নিষ্ঠ দেৱকী নন্দনে কৈলা যাক
দেৱো এক মাত্র দেৱকীদেৱীৰ সুত।

---

৬৬৪। মুঞ্চন্নঙ্গ তদঙ্গসঙ্গমনিশং ত্বামেৱ সঞ্চিন্তয়ন্
সন্তঃ সন্তি যতো যতো গতমদাস্তানাশ্রমানাৱসন্।
নিত্যং তন্মুখপঙ্কজাদ্বিগলিতত্বংপুণ্যাগাথামৃত-
স্রোতঃসংপ্লৱসংপ্লুতো নৰহৰে ন স্যামহং দেনভৃৎ।।
—শ্ৰীধৰস্বামী, ভাগৱত-ভাৱাৰ্থ-দীপিকা, ১০.৮৪.৩৫

৬৬৫। চতুর্ণাং ৱেদানাং হৃদয়মিদমাকৃষ্য ৱিধিনা
চতুর্ভিৰ্ৱৰ্ণৈৰ্যৎ স্ফুটমঘাটি নাৰায়ণপদম্।
তদেৱং গায়ন্তো ৱয়মিহ চাত্মানং
পুনীমো জানীমো ন হৰিতোষণায় কিমপি। —স্কন্দ-পুৰাণ, কাশীখণ্ড
পা. তদেৱং—তদেতৎ। চাত্মানং— চিদাত্মানমধুনা।
হৰিতোষণায়— হৰিপৰিতোষায়।



দেৱকী পুত্ৰৰ পদসেৱা কৰ্ম্মো এক এহিমানে মাত্র
মন্ত্ৰো একে তান নাম মাত্র অদভূত।।৬৬৬।।
কৃষ্ণযশে চিত্ত ধৌত হুয়া সমস্তে ক্লেশক তৰি পুনু
কৃষ্ণদাসে কৃষ্ণচৰণমূল নেড়য়।
সকলে সম্পূর্ণ নিজ গৃহ পথিকসকলে পায়া পুনু
দুখ এড়াই যেন সিটো গৃহ নছাড়য়।।৬৬৭।।
সকলে উপনিষদ ধেনু দোগ্ধা ভৈলা তানে নন্দসুত
তাৰ বৎস ভৈলা কুন্তীসুত ধনঞ্জয়।
দুগ্ধ ভৈল মহা গীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধিসকলে সন্তোষে পান কৰয়।।৬৬৮।।

---

৬৬৬। একং শাস্ত্রং দেৱকীপুত্ৰগীতম্
একো দেৱো দেৱকীপুত্র এৱ।
কৰ্ম্মোপ্যেকং তস্য দেৱস্য সেৱা
মন্ত্ৰো' প্যেকঃ তস্য দেৱস্য নাম।। —ভক্তি-ৰত্নাকৰ ৫.৩১

৬৬৭। ধৌতাত্মা পুৰুষঃ কৃষ্ণপাদমূলং ন মুঞ্চতি।
মুক্তসৰ্ব্বপৰিক্লেশঃ পান্থঃ স্বশৰণং যথা।। —ভাগৱত-পুৰাণ, ২.৮.৬

৬৬৮। সৰ্ব্বোপনিষদো গাৱো দোগ্ধা গোপালনন্দনঃ।
পাৰ্থো ৱৎসঃ সুধীৰ্ভোক্তা দুগ্ধং গীতামৃতং মহৎ।।
—বৈষ্ণৱীয়-তন্ত্ৰসাৰ (গীতা-মাহাত্ম্য ৫)

---

৬৬৬। পা. দেৱকী নন্দনে— দেৱকী তনয়ে

## বস্তু প্ৰকাশ

আদি সত্যযুগে শুদ্ধ ধৰ্ম্ম আছিলেক মাত্ৰ হৰিনাম
দেৱসৱে গুপ্ত কৰিলে কৰি কপট।
হেন হৰিনাম ব্যক্ত কৰি সমস্তে লোকক উদ্ধাৰিলা
শ্ৰীমন্ত শঙ্কৰে ভাঙ্গিলা সৱাৰো পট।।৬৬৯।।

## আশ্ৰয়

নোহো জানা আমি চাৰি জাতি চাৰিয়ো আশ্ৰমী নোহো আতি
নোহো ধৰ্ম্মশীল দান ব্ৰত তীৰ্থগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপীভৰ্ত্তা পদকমলৰ
দাসৰো দাস তান দাস ভৈলো আমি।।৬৭০।।

## প্ৰশংসা

সেহি ধন্য লোক শুচিমন্ত সৰ্ব্ব গুণে শ্ৰেষ্ঠ বিদ্যাৱন্ত
যজ্ঞে তপে সি সি জন আতি শুদ্ধমতি।

৬৭০। নাহং ৱিপ্ৰো ন চ নৰপতির্নাপি ৱৈশ্যো ন শূদ্ৰো
নো ৱা ৱর্ন্নী ন চ গৃহপতির্নো ৱনস্থো যতির্ৱা।
কিন্তু প্ৰোদ্যন্নিখিলপৰমানন্দপূৰ্ণামৃতাব্ধে-
গোপীভৰ্ত্তুঃ পদকমলয়োৰ্দাসানুদাসঃ।।
—অজ্ঞাত ৰচক ('সাৰ্ব্বভৌমানাং'— পদ্যাৱলী ৭৪)
—ড° দে সম্পাদিত



সি সি জন মহাদাতা জ্ঞানী সি সি সত্যবাদী মহামানী
পুৰুষোত্তমত আছয় যাৰ ভকতি।।৬৭১।।

## মহিমাযুক্ত কীৰ্ত্তন-প্ৰশংসা

যিদিশৰ মহাভক্তসৱে শ্ৰীমন্ত কমললোচনৰ
পৰম সন্তোষে কীৰ্ত্তন যিটো কৰয়।
সিদিশক নমস্কাৰ কৰি দুৰ্ঘোৰ সংসাৰ সুখে তৰি
আপুনি অচ্যুতস্বৰূপ সিটো হোৱয়।।৬৭২।।
ৰমানন্দ পদযুগলৰ মকৰন্দ মধুব্ৰতপ্ৰায়
ভকতসকলে যিদিশত প্ৰকাশয়।
সিদিশ জানিবা গঙ্গাদেৱী অনেক প্ৰৱাহৰূপে সেৱি
পৰম নিৰ্ম্মল স্বৰূপে শোভা কৰয়।।৬৭৩।।
শ্ৰীমধুদ্বিষ ঈশ্বৰৰ কীৰ্ত্তন মঙ্গল নিৰন্তৰ
যিটো ভূমিভাগে শুদ্ধৰূপে হোৱে জাত।
তাৰ ধূলি যিটো শিৰে ধৰে নিছয়ে জানিবা সিটো নৰে
কৃষ্ণৰ পৰম বল্লভ হোৱে সাক্ষাত।।৬৭৪।।

৬৭১। লোকঃ স ধন্যঃ স শুচিঃ স বিদ্বান্ মখৈস্তপোভিঃ স গুণৈৰ্ৱৰিষ্ঠঃ।
জ্ঞাতা স দাতা স তু সত্যৱক্তা যস্যাস্তি ভক্তিঃ পুৰুষোত্তমাখ্যে।।
—ব্ৰহ্মপুৰাণ, ৪৯.৭১

৬৭২। যস্যান্দিশি মহাভক্তাঃ শ্ৰীমৎকমললোচনম্।
কীৰ্ত্তয়ন্তি নমস্কৃত্য তান্দিশং স্বয়মচ্যুতঃ।। —ব্ৰহ্মপুৰাণ, (?)

হে দেৱ মহেশ্বৰ হৰি তযু কথামৃত পান কৰি
বঢ়ায়া ভকতি মনক শুদ্ধ কৰয়।
বৈৰাগ্যেসে সাৰ ভৈলা যাৰ হেনয় বোধক লভি সুখে
পৰম নিৰ্ম্মল বৈকুণ্ঠ গৈয়া পাৱয়।।৬৭৫।।

## নামৰ অন্বয়

কৃষ্ণ নিগদতি অৰ্জ্জুনত দেহাদিক আমি অতিক্ৰমি
হৈয়া আছো শুদ্ধ ব্ৰহ্মতো কৰি উত্তম।
এতেকেসে জানা ইটো লোকে বেদতো প্ৰখ্যাত হুয়া আছে
মোৰ নাম ইটো প্ৰসিদ্ধ পুৰুষোত্তম।।৬৭৬।।

---

৬৭৫। পানেন তে দেৱ কথাসুধায়াঃ প্ৰবৃদ্ধভক্ত্যা ৱিশদাশয়া যে।
বৈৰাগ্যসাৰং প্ৰতিলভ্য বোধাং যথা' ঞ্জসা'ন্বীয়ুৰকুণ্ঠধিষ্ণ্যম্।।
—ভাগৱত-পুৰাণ, ৩.৫.৪৫

৬৭৬। যস্মাৎ ক্ষৰমতীতো' হমক্ষৰাদপি চোত্তমঃ।
ততো' স্মি লোকে ৱেদেচ প্ৰথীতঃ পুৰুষোত্তমঃ—ভগৱদ্গীতা, ১৫.১৮

৬৭৫। কোনো কোনো পুথিত এই ঘোষা যোকাৰ পিছত নিম্নোক্ত ঘোষা দুযোকা পোৱা যায়—
মহন্তসৱৰ সঙ্গ লৈয়া হৰিত একান্ত চিত্ত দিয়া
পৰম আনন্দে গায়ো হৰি গুণ নাম।
সহজে কৃপালু দেৱ হৰি লৈব আপুনাৰ দাস কৰি
হৰি দাস হৈলে হৈবা ভাই পূৰ্ণকাম।।
হৰি সত্য নিত্য ভগৱন্ত নাহি পূৰ্ব্বাপৰ আদি অন্ত
তাহান চৰিত্ৰ পৰম আনন্দ ৰস।
তাক এৰি মন দুৰাশয় যতেক বিষয় বিষময়
তাকে আশা কৰি সংসাৰে মজি মৰস।।



## খেদ

আপুন নামক বহুতৰ কৰি নিজ সৰ্ব্ব শক্তি দিয়া
কালৰ নিয়ম নিবিহিলা স্মৰণত।
এতাদৃশী তৱ কৃপা হৰি মোহোৰ দুৰ্দ্দৈৱ দেখা কিনো
অনুৰাগ প্ৰভু নভৈল তযু নামত।।৬৭৭।।

## ভাগৱত প্ৰশংসা

ভাৰত পুৰাণ আদি যত প্ৰকাশ কৰয় নানামত
যত মহাজনসৱৰ সভা মধ্যত।
পৰম আনন্দ ৰসময় কোটি সূৰ্য্য সম প্ৰকাশয়
মহাভাগৱত নোহন্ত যাৰে বেকত।।৬৭৮।।

## উপদেশ

যিটো মহামতি গুৰুজনে হৰিভক্তি পন্থ্ উপদেশ
দিয়া দুখময় সংসাৰৰ পাৰ কৰে।

---

৬৭৭। নাম্নামকাৰি বহুধা নিজসৰ্ব্ব শক্তি-
স্তত্ৰাৰ্পিতা নিয়মিতঃ স্মৰণে ন কালঃ।
এতাদৃশী তৱ কৃপা ভগন্মমৈৱ
দুৰ্দ্দৈৱমীদৃশমিহাজনি নানুৰাগঃ।। —শ্ৰীভাগৱতঃ (পদ্যাৱলী ৩১)

৬৭৮। ৰাজন্তে তাৱদন্যানি পুৰাণানি সতাং গণে।
য়াৱন্ন দৃশ্যতে সাক্ষাচ্ছ্ৰীমদ্ভাগৱতং পৰম্।।
—ভাগৱত-পুৰাণ, ১২.১৩.১৪ (ভক্তি-ৰত্নাকৰ ৩৬.১৭)

---

৬৬৭। পা. কোনো কোনো পুথিত এই ঘোষা যোকা নাই।

হেনয় পৰম গুৰুঋণ শুজিবাক প্ৰতি জানা নিষ্ঠ
অন্যত্ৰ উপায় নাহি অঞ্জলিত পৰে।।৬৭৯।।
হৰিভক্তি দাতা গুৰুঋণ শুজিবাক যিটো অহঙ্কাৰী
অনেক যতনে মনত আলোচে মাত্ৰ।
ঋণ শুজিবাক নপাৰয় জানিবাহা সিটো দুৰাশয়
উপলা সদৃশ বিনোদৰ ভৈল পাত্ৰ।।৬৮০।।
হৰি যেন আতি কৃপাময় ভক্ত গুৰুজনো সেহিনয়
দুয়োজন এক শৰীৰত মাত্ৰ ভিন্ন।
কৃপাৰসে যুক্ত হুয়া চিত্ত লোকৰ হিতক চিন্তি নিত
নিজ গুণে তুষ্ট দুয়ো অহঙ্কাৰে হীন।।৬৮১।।

## খেদ

কত মহাদুঃখে পুণ্য কৰি অপৱৰ্গযোগ্য নৰতনু
পায়া পৃথিৱীত বিষয়ত মজি ৰৈল।
সিটো খেদ হৰিসেৱা তেজি আপুনাক আত্মঘাত কৰি
সিটো মহাপাপী আপুনি বঞ্চিত ভৈল।।৬৮২।।

---

৬৮২। স ৰঞ্চিতো ৰতাত্মধ্রুক্ পুণ্যেন মহতা ভুৰি।
লব্ধ্বাপৱৰ্গ্যং মনুষ্যং ৱিষয়েষু ৱিমজ্জতে।।
—ভাগৱত-পুৰাণ, ৪.২৩.২৮

---

৬৭৯-৬৮৩। পা. কোনো কোনো পুথিত নাই।



## পৰম পুৰুষাৰ্থ

একান্ত ভকত যাৰা হয় কিছু অৰ্থ তাৰা নবাঞ্ছয়
মহা অদভূত হৰিগুণ নামময়।
পৰম মঙ্গল কৃষ্ণযশ যাত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্ৰে মজি ৰহয়।।৬৮৩।।

## ঘোষা-ছন্দ

## শৰণ

যাদৱ যদুনন্দন মাধৱ মধুসূদন।
তুমি নিত্য নিৰঞ্জন নাৰায়ণ তোহ্মাত লৈলো শৰণ।।৬৮৪।।
ইবাৰ কৰুণাময় হৰি কমলাপতি
মোৰে নছাড়িবা নাৰায়ণ।
অৰুণ চৰণতলে হৰি কমলাপতি
সত্যে সত্যে পশিলো শৰণ।।৬৮৫।।
হৰিচৰণত শৰণ লৈলো এ হৰি নাৰায়ণ।
মানৱী জনম সাফল কৈলো এ হৰি নাৰায়ণ।।৬৮৬।।

---

৬৮৩। একান্তিনো যস্য ন কঞ্চনাৰ্থং ৱাঞ্ছন্তি যে ৱৈ ভগৱৎপ্ৰপন্নাঃ।
অত্যদ্ভুতং তচ্চৰিতং সুমঙ্গলং গায়ন্ত আনন্দসমুদ্ৰমগ্নাঃ।।
—ভাগৱত-পুৰাণ, ৮.৩.২০

গোপাল গোৱিন্দ যদুনন্দন।
কৃষ্ণৰ চৰণে লৈলো শৰণ।।৬৮৭।।
ৰাঘৱৰ অভয় চৰণে।
সত্যে সত্যে পশিলো শৰণে।।৬৮৮।।
ৰামৰ চৰণে শৰণ লৈলো।
মানৱী জনম সাফল কৈলো।।৬৮৯।।
হৰি ও হৰি চৰণে লাগো।
অভয় চৰণে শৰণ মাগো।।৬৯০।।
ৰাম ৰঘুপতি ৰঘুনন্দন।
তোম্মাৰ চৰণে লৈলো শৰণ।।৬৯১।।

## ভজন

গোপীনাথ গোৱিন্দ ৰাম কৃষ্ণ হৰি।
ভজোহো তোম্মাৰ পদকমলত ধৰি।।৬৯২।।
ভজোহো গোৱিন্দ তোম্মাৰ পায়।
মোক নছাড়িবা সেৱক দায়।।৬৯৩।।
ৰাম কৃষ্ণ গোপীনাথ গোৱিন্দ।
সেৱোহো তযু পদ অৰৱিন্দ।।৬৯৪।।



প্ৰণত পালক দেৱ গোৱিন্দ।
ভজোহো তযু পদ অৰৱিন্দ।।৬৯৫।।
মোৰ প্ৰভু নাৰায়ণ এ
হৰি হৰি তোম্মাৰ চৰণ মনে ভজো।
তোমাক নজানি ভৱসিন্ধু মাজে মজো।।৬৯৬।।
ভুৱনমোহন ৰাম ভজিলো তোমাৰ পায়।
মহা মহা পাপী যাৰ নাম জপি উত্তম পদক পায়।।৬৯৭।।
ৰাম কৃষ্ণ নাৰায়ণ নিৰঞ্জন নিৰাকাৰ
নিৰ্ব্বিকাৰ নিৰাময় হৰি।
চিদানন্দ সদানন্দ পুৰুষ পৰমানন্দ
ভজো তুৱা চৰণত ধৰি।
হৰি ৰাম বিভু প্ৰভু অনন্ত দৈত্যাৰি।।৬৯৮।।

## নমস্কাৰ

দীনবন্ধু ৰাম দায়াশীল দেৱ।
তুৱা পদকমল সদায় কৰো সেৱ।।৬৯৯।।
মোৰ প্ৰভু ৰাম কৰুণাসাগৰ।
আমি দুখিতক নছাড়িবা দামোদৰ।।৭০০।।
মধুৰিপু ৰাম কমললোচন।
তুৱা গুণনাম ভৱ ভয় বিমোচন।।৭০১।।

বন্দো মাধৱ মধুৰিপু ৰাম।
তুৱা পদকমল যুগল হৰি এ।।৭০২।।

## উপদেশ

পিয়ো পিয়ো পিয়ো অমিয়া মাধুৰী হৰি ৰাম ৰাম ৰাম।
দূৰতে তেজিয়া থৈয়ো আন যত মনকাম ৰাম ৰাম।।৭০৩।।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলা ভাই এ
সকল নিগমে ওহি সাৰ।
সুমৰিতে হৰি বশ্য হোৱে ভাই এ
সুখে পাই ভৱনদী পাৰ।।৭০৪।।
ভাল উপায় পাইলো ভাই ভাই এ
ৰামনাম নিগম ৰহস্য।
একচিত্তমনে ভাৱ ভাই ভাই এ
যাৰে নাম তাৰে কৰা বশ্য।।৭০৫।।
ৰাম কৃষ্ণ হৰি বুলিয়ো মুখে।
হৰিপদে মন মজায়ো সুখে।।৭০৬।।
ৰাম বুলি ফুৰা বাহু আছাড়ি।
কপটৰ মোট পেল্লায়ো ফাড়ি।।৭০৭।।
ভজ ভগৱন্ত ভক্তি ভাৱে।
নাম লৈয়ো গতি পতিতে পাৱে।।৭০৮।।



ৰামনামখানি ফুৰিয়ো গায়া।
কি কৰিবে পাৰে হৰিৰ মায়া।।৭০৯।।
ৰাম নামখানি লৈয়োক ডাণ্টি।
হেলায়ে মাৰিয়ো যমেৰ ঘাণ্টি।।৭১০।।
মুখে ৰাম নাম গাৱ।
মায়াৰ বাঝু মাৰিয়া যাৱ।।৭১১।।
ৰাম কৃষ্ণ নাম জপ সঘনে।।
হৰিৰ চৰণ নেড়িবা মনে।।৭১২।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলা।
আশা সমুদ্ৰৰ মন তোলা।।৭১৩।।
ৰাম কৃষ্ণ হৰি বুলিয়ো ঝাণ্টে।
মিলিবে মৰণ হাটে কি বাটে।।৭১৪।।

## মহিমা

হৰিত শৰণ লৈয়া যিটোজন এ
হৰিৰ চৰিত্ৰ শ্ৰৱণ কীৰ্ত্তন কৰে।
দুৰ্ঘোৰ অপাৰ সংসাৰ সাগৰ এ
সিটো মহাজনে অতি মহাসুখে তৰে।।৭১৫।।

---

৭১০। পা. ডাণ্টি = ডাটি, ঘাণ্টি = ঘাটি
৭১৫। পা. অতি মহাসুখে তৰে = অতি অপ্ৰয়াসে তৰে

**ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই এ**
**পৰম যতনে তেজিয়া যত অন্যায়।**
**তোমাক মই ভাণ্ডো তুমি মোক ভাণ্ডা এ**
**চৈধ্যয় সাক্ষীক ভাণ্ডিব কোন উপায়।।৭১৬।।**
**ভাৰত বৰিষ ধন্য কলিযুগ হৰি হৰি হৰি হৰি এ**
**হৰি হৰি হৰি ব্ৰহ্মাৰ প্ৰাৰ্থনী নৰতনু অনুপাম।**
**হৰিত একান্তে শৰণ পশিয়া হৰি হৰি হৰি হৰি এ**
**হৰি হৰি হৰি ধৰ্ম্ম শিৰোমণি ঘুষিয়ো হৰিৰ নাম।।৭১৭।।**

## আত্ম-উপদেশ

**বিচাৰি দেখিয়ো পামৰ মনাই এ**
**ইহ পৰলোকে হৰিসে সুহৃদ বন্ধু ৰাম ৰাম।**
**মজিয়া ৰহস সুহৃদ মনাই এ**
**হৰিগুণনাম অপাৰ আনন্দ সিন্ধু ৰাম ৰাম।।৭১৮।।**
**নিচিন্তি আছস কেমনে মনাই এ**
**সুখেৰ সাগৰ হৰিত নকৰি ৰতি ৰাম ৰাম।**
**আলাস তেজিয়া ভজিয়ো মনাই এ**
**ভৃত্যভয়হাৰী হৰিসে পৰম গতি ৰাম ৰাম।।৭১৯।।**



**ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ৰে পামৰু মন**
**ভুলিয়া কমনে পাপী মৰ।**
**যাৰ মায়াপাশে বন্দী হুয়াছ পামৰু মন**
**তান দুই চৰণত ধৰ ৰে পামৰু মন**
**ভুলিয়া কমনে পাপী মৰ।।৭২০।।**
**গোৰিন্দ বোল মনাই মুকুন্দ বোল মনাই**
**ব্ৰহ্মা হৰো যাত শৰণ পশয়**
**আনৰ কোন বড়াই।।৭২১।।**
**বিষয় বিকলে নমৰ মন।**
**সদায় চিন্তিয়ো হৰিচৰণ।।৭২২।।**
**নিগম নিগূঢ় হৰিৰ নাম।**
**নলৈয়া মন কৰ কোন কাম।।৭২৩।।**
**ভৱসিন্ধু সেতু হৰিচৰণ।**
**যম কাল মায়া দুখ তাৰণ।।৭২৪।।**
**কপট আচাৰ তেজিয়া মন।**
**কেৱলে ভজিয়ো হৰিচৰণ।।৭২৫।।**
**কৈতৱ তেজিয়া ভজিয়ো হৰি।**
**তেৱেসে হৰি লৈব দাস কৰি।।৭২৬।।**

হৰিৰ আশ্ৰয় নেড়িয়ো ভাই।
ঐকান্তিক সুখ তেৱেঁসে পায়।।৭২৭।।
একান্তে হৰিত কৰিয়ো ৰতি।
হৰিসে নিজ ভকতৰ গতি।।৭২৮।।
সৰ্ব্ব পুৰুষাৰ্থ কৈতৱ জান।
হৰি মাত্ৰ সত্য বেদ প্ৰমাণ।।৭২৯।।
পৰম শ্ৰেয়স হৰিভকতি।
জানি হৰিপাৱে কৰিয়ো ৰতি।।৭৩০।।
হৰিগুণনাম কৰিয়ো সাৰ।
নিজ যশপ্ৰিয় জগ আধাৰ।।৭৩১।।
বিধিৰ কিঙ্কৰ তেজি ভকতি।
গায়ো হৰিযশ নিৰ্ম্মল মতি।।৭৩২।।
লৈয়ো এক মাত্ৰ সাধু সঙ্গতি।
তেৱেঁসে নিৰ্ম্মল হৈব ভকতি।।৭৩৩।।
যাৱত কৈতৱ নেড়স মন।
তাৱত নপাইবি হৰিচৰণ।।৭৩৪।।
কৈতৱ অসত্য জান ভাল কৰি।
ভজিয়ো হৰিক কৈতৱ এড়ি।।৭৩৫।।
হৰিত বিনাই সবে কৈতৱ।
ভজে হৰিপাৱে কৰি উৎসৱ।।৭৩৬।।



ক্ষণিক জীৱন জানি মনাই।
তৰিয়ো সুখে হৰিগুণ গাই।।৭৩৭।।
দুৰ্ঘোৰ সংসাৰ নিকাৰ জানি।
নেড়িবা সদা মুখে ৰামবাণী।।৭৩৮।।
তেৱেঁসে হৰিৰ পাইবা আশ্ৰয়।
ভজিয়ো হৰি তেজি লাজ ভয়।।৭৩৯।।
নিৰ্গুণ হৰিৰ গুণক গায়া।
পৰমানন্দ পাইবা তেজি মায়া।।৭৪০।।
হৰিগুণনাম নিগম তত্ত্ব।
মুকুতসৱৰো মুখ্য সন্মত।।৭৪১।।
জানি হৰিপাৱে নেড়িয়ো আশ।
কহে মূঢ়মতি মাধৱ দাস।।৭৪২।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ
ৰাম কৃষ্ণ বোল মন ভাই।
হৰিৰো সন্তোষ হয় গুচয় সংসাৰ ভয়
হৰিপদ সেৱাসুখ পায় হৰি ৰাম।।৭৪৩।।

## নিন্দা

হৰিৰ নামৰ কীৰ্ত্তন সুখ।
নজানে যিজন হৰি বিমুখ।।৭৪৪।।

নকৰে কীৰ্ত্তন যিটো পামৰ।
সিজন অধীন ভৈল যমৰ।।৭৪৫।।
হৰিগুণ নাম নলৰে মুখে।
যমৰ যাতনা ভুঞ্জিবে দুঃখে।।৭৪৬।।
নকৰে কীৰ্ত্তন হৰিনামৰ।
কি কাৰ্য্যে মনুষ্য ভৈল পামৰ।।৭৪৭।।
হৰি কীৰ্ত্তনত নকৰে ৰতি।
পশুতো অধম সিটো কুমতি।।৭৪৮।।
নুফুৰে সদা হৰি গুণ গায়া।
জানিবা মুহিলে হৰিৰ মায়া।।৭৪৯।।
হৰি কীৰ্ত্তনত নেদিলে চিত্ত।
সিটো ভাগ্যশূন্য ভৈল বঞ্চিত।।৭৫০।।

## আত্ম-নিন্দা

তুমি প্ৰাণ প্ৰিয়তম সুহৃদ পৰম দেৱ,
প্ৰাণ প্ৰভু পীতাম্বৰ এ
তুমিসে কেৱলে আত্মা মোৰ।
হৰি হৰি তুমিসে পৰম আত্মা মোৰ।



তোহ্মাক নজানি জড় মিছা শৰীৰক মই
প্ৰাণ প্ৰভু পীতাম্বৰ এ
আত্মা বুলি ভৈলো সেৱাচোৰ।
প্ৰাণবন্ধু কিনো মই অজ্ঞানী দুৰ্ঘোৰ হৰি এ।।৭৫১।।

## খেদ

দুৰ্ব্বাৰ দুঃসঙ্গ দুৰ্ব্বাসনা দুষ্ট হৰি হৰি হৰি হৰি এ
অনাদি অবিদ্যা আপুনি ভৈলো মোহিত।
অনাত্মা দেহক আত্মাবুদ্ধি কৰি হৰি হৰি হৰি হৰি এ
তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত।।৭৫২।।
আত্যন্তিক সুখ তযু পদ সেৱা হৰি হৰি হৰি হৰি এ
সেৱা পৰিহৰি সি সুখে ভৈলো বঞ্চিত।
মায়াময় ঘোৰ সংসাৰ নিকাৰ হৰি হৰি হৰি হৰি এ
তাকে সুখ মানি মগ্ন ভৈল মোৰ চিত্ত।।৭৫৩।।
তুমি শুদ্ধ বুদ্ধ নিত্য নিৰ্ম্মল নিৰ্গুণ দেৱ
মোৰ প্ৰভু নাৰায়ণ এ
স্বৰূপ আনন্দে সদা সুখী।
হৰি হৰি তুমি নিজানন্দে সদা সুখী।
আমি মূঢ়মতি ঘোৰ অবিদ্যা সাগৰে মজি
মোৰ প্ৰভু নাৰায়ণ এ
তোহ্মাক নজানি ভৈলো দুখী।

হৰি হৰি স্বৰূপ নজানি ভৈলো দুখী হৰি এ।।৭৫৪।।
অখণ্ডিত সদা শুদ্ধ চৈতন্য শক্তিৰ বলে
মোৰ প্ৰভু নাৰায়ণ এ
তুমি দূৰ কৰি আছা মায়া।
হৰি হৰি তোহ্মাৰ নিকটে নাহি মায়া।
তোমাক নভজো পদে মায়ায়ে মুহিলে মোক
মোৰ প্ৰভু নাৰায়ণ এ
আৰে কৃপাময় কৰা দায়া।
হৰি হৰি মায়াক নিবাৰি কৰা দায়া হৰি এ।।৭৫৫।।
দেৱকীনন্দন দেৱ দেৱকীনন্দন দেৱ
দীনবন্ধু দামোদৰ এ
হৰি হৰি চৰণে উদ্ধাৰ কৰা মোক
প্ৰাণবন্ধু ইবাৰ নেড়িবা হৰি মোক
ভকতি মিনতি তুতি নজানো প্ৰণতি মঞি
দীনবন্ধু দামোদৰ এ
হৰি হৰি আৰে মোৰ কেন গতি হোক
প্ৰাণবন্ধু মোৰ মন তোহ্মাত ৰহোক হৰি এ।।৭৫৬।।



হে কৃষ্ণ তুমি নিজ আত্মা প্ৰিয়তম গুৰু
মোৰ প্ৰভু নাৰায়ণ এ
পৰম ঈশ্বৰ ভয়হাৰী
হৰি হৰি তুমি ইষ্ট দেৱ ভয়হাৰী।
এতেকে জানিয়া তযু চৰণে শৰণ লৈলো
মোৰ প্ৰভু নাৰায়ণ এ
নছাড়িবা ইবাৰ মুৰাৰি।
হৰি হৰি লৈয়ো মোক মায়াক নিবাৰি হৰি এ।।৭৫৭।।
মনুষ্য যোনিৰ কৰ্ম্মে নিঃশেষ যোনিত ফুৰি
দীনবন্ধু দামোদৰ এ
হৰি হৰি বাৰে বাৰে ভুঞ্জিলো অপাৰ
দীনবন্ধু কতবা ভুঞ্জিলো নাহি পাৰ।
ইবেলি তোহ্মাৰ দুই চৰণে শৰণ লৈলো
দীনবন্ধু দামোদৰ এ
হৰি হৰি নকৰিবা মোক পৰিহাৰ।
প্ৰাণবন্ধু চৰণত ৰাখিয়ো ইবাৰ হৰি এ।।৭৫৮।।
পুনু পুনু নৰতনু লভিয়া তোমাক তেজি
দীনবন্ধু দামোদৰ এ
হৰি হৰি সংসাৰে ভ্ৰমিলো অসংখ্যাত
দীনবন্ধু কতবা কৰিলো আয়াযাত।

ইবেলি করুণাময় তোহ্মাৰ কিঙ্কৰ ভৈলো
দীনবন্ধু দামোদৰ এ
হৰি হৰি ৰতি মোৰ ৰহোক তোহ্মাত।
প্ৰাণবন্ধু চৰণত কৰো প্ৰণিপাত হৰি এ।।৭৫৯।।
মাধৱ মুকুন্দ মুৰাৰি কি গতি হৈল হামাৰ
মায়াৰ ৰচনা আশানদী মাজে
মজিয়া নপাইলো পাৰ।।৭৬০।।

## মহিমা

ৰামৰ নামেসে অমিয়া ঝুৰে
ভকতজনৰ মনোৰথ পূৰে।।৭৬১।।
ভাল ভাৰসা পায়া আছি হৰিকৰুণাময়
ৰাম কৃষ্ণ কৃপাৰ ঠাকুৰ।
ৰাম বুলিতে পাপী তৰে হৰি কৰুণাময়
সকল আপদ হোৱে দূৰ।।৭৬২।।
ভকতসৱে ৰামনাম গাৱে।
কালমায়া ডৰে তৰতৰাৱে।।৭৬৩।।



## কাৰুণ্য

জয় জগজীৱ মোৰে প্ৰাণ
মোৰে প্ৰাণধন বান্ধৱ মুৰাৰি।
শ্ৰৱণে আনন্দে শুনিছো গোৱিন্দ
তুমি দীন দুঃখহাৰী।।৭৬৪।।
মোৰ জীৱধন গোপীনাথ
প্ৰাণ গোপীনাথ পশিলো শৰণে।
মোৰ প্ৰাণ মন মজিয়া ৰহোক
তোহ্মাৰ চৰণে।।৭৬৫।।
দুগুটি অক্ষৰ ৰামনাম
শ্ৰীৰামনাম অমিয়া মাধুৰি ঝুৰে।
আতি সুকোমল পৰম মঙ্গল
সৱে মনোৰথ পূৰে।।৭৬৬।।
জয় জয় নিত্য নিৰঞ্জন
নিত্য নিৰঞ্জন দেৱ শিৱ সনাতন।
পৰম অভয় তোমাৰ চৰণ
তাপ তিনি বিনাশন।।৭৬৭।।
দায়াশীল দেৱ দামোদৰ তুমি দীনজন বন্ধু
পতিত পাৱন তুমি কৃপাময়
কেৱলে কৰুণা সিন্ধু।।৭৬৮।।

হৰি হৰি হৰি হৰি এ হৰি হৰি হৰি হৰি
তুমি কৃপাময় দীন দুঃখ বিনাশন।
ভৃত্য ভয়হাৰী জানিয়া তোহ্মাৰ
চৰণে লৈলো শৰণ।।৭৬৯।।
হে কৃষ্ণ দীন দায়াশীল দীন দায়াশীল
দায়া নছাড়িবা মোক।
অজ্ঞান তিমিৰ নাশিয়া বিজ্ঞান
প্ৰদীপ প্ৰভু দিয়োক।।৭৭০।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম কৃষ্ণ অগতিৰ গতি।
অচিন্ত্য অনন্ত সুখেৰ সাগৰ
কৃষ্ণৰ পদভকতি।।৭৭১।।
হে প্ৰাণ প্ৰভু কৃষ্ণদেৱ প্ৰাণ কৃষ্ণদেৱ
দীনক কৰিয়ো দায়া।
পৰম তাপিতে মাগোহো তোহ্মাৰ
শীতল চৰণ ছায়া।।৭৭২।।
প্ৰাণ প্ৰিয়তম যদুদেৱ
দিয়ো মোক এহি দান।
কৰায়ো তোহ্মাৰ চৰণ সেৱাৰ
সন্তোষ অমিয়া পান।।৭৭৩।।



নমো ৰাম কৃষ্ণ সদাশিৱ
সদাশিৱ কৃষ্ণ তুমি জগতৰ পতি।
অপায় ৰহিত মাগোহো ভকতি
চৰণে কৰি প্ৰণতি।।৭৭৪।।
জগত গুৰু নাৰায়ণ জগত গুৰু নাৰায়ণ
মোৰ প্ৰভু ৰাম কৃষ্ণ ৰাম।
হৰি তো হৰি ৰাম কৃষ্ণ হৰি ৰাম।।৭৭৫।।
ৰাম কৃষ্ণ নিৰঞ্জন ৰাম কৃষ্ণ নিৰঞ্জন
দীনবন্ধু নাৰায়ণ এ
তুমিতো প্ৰভু অগতিৰ গতি।।৭৭৬।।
গোপীনাথ গোপীনাথ মোৰে কমলাকান্ত
মোৰ প্ৰভু ৰাম নাৰায়ণ।
অভয় চৰণ পাই পশিলো শৰণ।।৭৭৭।।
অনাদি অনন্ত হৰি এ জীৱন বন্ধু
ৰাম কৃষ্ণ কৰুণাসাগৰ।
অনাথৰ নাথ দায়াশীল দামোদৰ।।৭৭৮।।
পৰমপুৰুষ হৰি এ পৰমানন্দ
পৰম কাৰণ নাৰায়ণ
ভকত ৰঞ্জন তযু অৰুণ চৰণ।
অনন্ত অচ্যুত সদাশিৱ সনাতন।।৭৭৯।।

জয়তি জগত গুৰু এ গুণেৰ নিধি
নিত্য নিৰঞ্জন নিৰাকাৰ।
তোহ্মাৰ চৰণে সদা শৰণ আহ্মাৰ।।৭৮০।।
দৈৱকী নন্দন প্ৰভু এ পৰমগুৰু
দায়াশীল দেৱ নিৰঞ্জন।
তযু পদকমলে মজোক মেৰি মন।।৭৮১।।
জগত জীৱন যদু এ যাদৱানন্দ
জগত কাৰণ যদুপতি।
তুমিসে কেৱলে নিজ ভকতৰ গতি।।৭৮২।।
ভকত বৎসল প্ৰভু এ ভকত বন্ধু
ভকত ৰঞ্জন ভয়হাৰী।
ভকতৰ নিজ গতি তুমিসে মুৰাৰি।।৭৮৩।।
পতিত জনৰ গতি এ জগতপতি
পতিত পাৱন ভগৱন্ত।
পৰম ঈশ্বৰ দেৱ অনাদি অনন্ত।।৭৮৪।।

## তাৎপৰ্য্য

কৰুণাময় ৰাম কৰুণাময়।
কৰিয়ো কৃপা যেন উচিত হয়।।৭৮৫।।



তুমিসে ৰাম কৃপাৰসেৰ নিধি।
তোহ্মাৰ কৃপা বিনে নাহিকে সিদ্ধি।।৭৮৬।।
তোহ্মাৰ কৃপাকেসে কৰিছো আশ।
অৰুণ পদতলে দিয়োক বাস।।৭৮৭।।
সহজে তুমি ৰাম কৰুণাসিন্ধু।
তোহ্মাত বিনে আন নাহিকে বন্ধু।।৭৮৮।।
তোহ্মাৰ কৃপালেশে আহ্মাৰ গতি।
কহয় মাধৱ মুৰুখমতি।।৭৮৯।।

## কাকুতি

কিমতে ভকতি কৰিবো তোহ্মাত হৰি এ
মঞি মূঢ়মতি নজানো তাৰ উপায় ৰাম ৰাম।
মহাবলৱন্ত দুৰ্ব্বাসনা ঘোৰ হৰি এ
আহ্মাৰ মনক তেজিয়া দূৰ নযায় ৰাম ৰাম।।৭৯০।।
তোহ্মাৰ মায়ায়ে মন মুহি আছে হৰি এ
অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাঞো ৰাম ৰাম।
অভয় চৰণে শৰণ পশিলো হৰি এ
তুৱা গুণনাম ভকতি প্ৰদীপ চাঞো ৰাম ৰাম।।৭৯১।।
ভকতি মিনতি প্ৰণতি নজানো হৰি এ
মোত পৰে জ্ঞানশূন্য হীনমতি নাই ৰাম ৰাম।

তুমি প্ৰভু কৃপাৰসেৰ সাগৰ হৰি এ
দিয়ো মোক তুৰা পদছায়া তলে ঠাই ৰাম ৰাম।।৭৯২।।
হৰি এ কৰুণাসিন্ধু জীৱন বন্ধু
গতি মতি তুমি নাৰায়ণ।
তুৰা গুণনাম ভকতৰ মহাধন।।৭৯৩।।
পতিত বুলিয়ো মোকে হৰি হৰি এ ৰাম
তেজিতে নপাৰা নাৰায়ণ।
পৰম কৰুণা গুণে হৰি হৰি এ ৰাম
নাম ধৰিছা পতিত পাৱন।।৭৯৪।।
দায়াৰ ঠাকুৰ হুয়া দায়া কেনে নকৰয়।
ৰাম কৃষ্ণ নাৰায়ণ দীন দায়াময়।।৭৯৫।।
মোকে কৃপা কৰা হৰি এ
দান্তে ধৰো তৃণ মাথে ধৰো তৃণ।
তুমি কৃপাময়ক নজানো এত দিন
মোকে কৃপা কৰা হৰি এ।।৭৯৬।।
মোকে কৃপা কৰা এ
ঐ বন্ধু ৰাম প্ৰাণ বন্ধু ৰাম
নেৰোক মুখে ৰাম কৃষ্ণ নাম।।৭৯৭।।
পতিত পাৱন বুলি নাৰায়ণ এ



পৰম পতিতে ডাকয় আতুৰ হুয়া।
তযু বেদবাণী আমি আছো শুনি এ
মহা মহাপাপী তৰে তযু নাম লৈয়া।।৭৯৮।।
তুৰা গুণনাম অমৃত আশায়ে এ
তোহ্মাৰ চৰণে বিকা গৈলো মূঢ়মতি।
চৰণত ধৰো কাতৰ কৰো এ
মঞি অনাথক নছাড়িবা যদুপতি।।৭৯৯।।
তোহ্মাৰ সেৱক ভৈলো নাৰায়ণ এ
নিশ্চয় তোহ্মাৰ দিবাক লাগে প্ৰসাদ।
নিজ ভৃত্য কৰি লৈলে গোপীনাথ এ
তযু কৃপাময় মিলয় কোন প্ৰমাদ।।৮০০।।
হে দায়াশীল দেৱ দামোদৰ এ
তোহ্মাৰ চৰণে বোলোহো কাকুতি বাণী।
মোক নিজ দাস কৰি লৈলে হৰি এ
কহিয়ো কৃপাল তোহ্মাৰ কি হয় হানি।।৮০১।।
পৰম কৃপালু হুয়া যদুপতি এ
কিনো অপৰাধে মোক ভৃত্য পৰিহৰা।
শাস্ত্ৰতো প্ৰসিদ্ধ অজ্ঞানতো হৰি এ
যিটো নাম লৱে তাকে মোৰ বুলি ধৰা।।৮০২।।
জ্ঞানশূন্য আতি পশুপক্ষী জাতি এ
তাকো অনুগ্ৰহ কৰি আছা কৃপাময়।

আকে জানি হৰি শৰণে পশিলো এ
আহ্মাক তোহ্মাৰ তেজিতে উচিত নয়।।৮০৩।।
তোহ্মাৰেসে নিজ ভৃত্য ভৈলো হৰি এ
কৃপাৰ সাগৰ তুমি মোৰ নিজ স্বামী।
মঞি অনাথক নবঞ্চিবা হৰি এ
তযু সেৱাৰস আশা কৰিয়াছো আমি।।৮০৪।।
বেদৰ গুপুত বিত্ত নাৰায়ণ এ
দেৱকীত হন্তে সাক্ষাতে ভৈলা বিদিত।
জীৱৰ তৰণ হেতু নাৰায়ণ এ
প্ৰচাৰিলা নিজ যশ ধৰ্ম্ম বিপৰীত।।৮০৫।।
ভকতৰ বশ্য হুইবাৰ শঙ্কায় এ
জোনো মোক তুমি দাস পৰিহৰা হৰি।
ইটো শঙ্কা হৰি দূৰতে তেজিয়া এ
লৈয়োক তোহ্মাৰ ভৃত্যৰ অধীন কৰি।।৮০৬।।
তোহ্মাৰ গুণৰ মহিমা দেখিয়া এ
আন যত কাম দূৰতে তেজিয়া থৈলো।
তযু পদসেৱা ৰসক আশায় এ
তোহ্মাৰ একান্ত ভৃত্যৰ কিঙ্কৰ ভৈলো।।৮০৭।।
সহজ কৃপালু গুণক প্ৰকাশি এ
ধৰি আছা হৰি ভকতবৎসল নাম।



ধেনু যেনমতে বৎসক পালয় এ
তুমি সেহিমতে ভকতক পালা ৰাম।।৮০৮।।
আমি যতজীৱ তোহ্মাৰ পালন হৰি হৰি হৰি হৰি এ
তুমিসে পালিয়া ফুৰা হুয়া অন্তৰ্য্যামী।
আৰে যেৱে নিজভৃত্য বুলি পালা হৰি হৰি হৰি হৰি এ
তেৱেসে কৃপাল কৃতকৃত্য হঞো আমি।।৮০৯।।
তুমি যাক পালা সিওজন আমি হৰি হৰি হৰি হৰি এ
সংসাৰ নিকাৰ ভুঞ্জিয়া ফুৰো বহুত।
তোহ্মাৰ অধীন হুয়া কেনে আমি হৰি হৰি হৰি হৰি এ
ভৈলোহো স্বতন্ত্ৰ ইটো কিনো অদভূত।।৮১০।।
তোহ্মাক পৰম ঈশ্বৰ নমানি হৰি হৰি হৰি হৰি এ
মহা অহঙ্কাৰে দ্ৰোহ আচৰিলো আমি।
আৰে তযু পদে শৰণ পশিলো হৰি হৰি হৰি হৰি এ
মই দ্ৰোহিয়াৰ দোষ ক্ষমা কৰা স্বামী।।৮১১।।
দাস হুয়া তযু সেৱা নকৰিলো হৰি হৰি হৰি হৰি এ
ইটো ঘোৰ অপৰাধৰ চিকিৎসা নাই।
তুমি পুনু প্ৰভু সহজ কৃপালু হৰি হৰি হৰি হৰি এ
শৰণ পশিলো ক্ষমিবে প্ৰভু যুৱাই।।৮১২।।
মঞি অজ্ঞানীৰ যতেক অজ্ঞান হৰি হৰি হৰি হৰি এ
কথা কহি কোনে সীমা কৰিবেক তাক।

ইটো মোৰ ঘোৰ দোষ পৰিহৰি হৰি হৰি হৰি হৰি এ
কৃপাময় কৃষ্ণ চৰণে ৰাখা আহ্মাক।।৮১৩।।
প্ৰিয়তম আত্মা ঈশ্বৰ দেৱতা হৰি হৰি হৰি হৰি এ
কৃষ্ণসে সুহৃদ বান্ধৱ গুৰু আহ্মাৰ।
কৃষ্ণৰ চৰণ পঙ্কজ বিনাই হৰি হৰি হৰি হৰি এ
মঞি অনাথৰ গতি নাহি নাহি আৰ।।৮১৪

## প্ৰাৰ্থনা

অচিন্ত্য অনন্ত শকতিৰ পতি হৰি হৰি হৰি হৰি এ
তুমি কৃপাময় দেৱ অগতিৰ গতি।
তুমি সত্য সনাতন সদাশিৱ হৰি হৰি হৰি হৰি এ
তোহ্মাৰ চৰণে মাগোহো নিৰ্ম্মল ৰতি।।৮১৫।।
হে হৰি মোৰ মুখে নছাড়োক হৰি হৰি হৰি হৰি এ
পৰম নিৰ্ম্মল তযু গুণ নাম যশ।
কৰা কৃষ্ণ কৃপা মনত মিলোক হৰি হৰি হৰি হৰি এ
তযু পদ সেৱা পৰম অমিয়া ৰস।।৮১৬।।
জয় জয় ৰাম কৰুণাসাগৰ এ
মোকে নাৰায়ণ ইবাৰ কৰিয়ো দায়া।
অভয় চৰণে শৰণ পশিলো এ
প্ৰভু দামোদৰ দূৰ কৰা মোৰ মায়া।।৮১৭।।
যাদৱ যদুনন্দন গোৱিন্দ মুকুন্দ মুৰবিনাশী।



অবিদ্যা সাগৰে মজিলো মাধৱ
উদ্ধাৰ কৰিয়ো আসি।।৮১৮।।
জীৱন যাদৱৰায় সেৱোহো তোহ্মাৰ পায়
ৰাম নেৰিবা নফৰদায়।
তুৱা পাৱে ৰতি যিমতে কৰিবো
দিয়োক নাথ উপায়।।৮১৯।।
যাদৱ জয় যদুপতি তোহ্মাৰ চৰণে লাগো।
শ্ৰৱণ কীৰ্ত্তন নিৰ্ম্মল ভকতি
কাকুতি কৰিয়া মাগো।।৮২০।।
দীন দায়াশীল যাদৱ সেৱক লৈয়ো উদ্ধাৰি।
দান্তে তৃণ কৰো চৰণত ধৰো
নেৰিবা মোক মুৰাৰি।।৮২১।।
কৰুণাময় কৰুণাসাগৰ কৃপাৰ কৰুণাসিন্ধু।
তোহ্মাৰ কৃপাৰ আমি নোহো পাত্ৰ
তুমি পুনু দীনবন্ধু।।৮২২।।
ৰাম কৃষ্ণ হৰি গোৱিন্দ
দীন দায়াশীল স্বামী।
তোহ্মাৰ চৰণে সহজ বাসনা
শৰণ মাগোহো আমি।।৮২৩।।

জয় যদুপতি যাদৱ তুমি অগতিৰ গতি।
দান্তে তৃণ ধৰি তোহ্মাৰ চৰণে
মাগোহো সাধু সঙ্গতি।।৮২৪।।
ৰাম কৃষ্ণ হৰি গোৱিন্দ সেৱক ভৈলো তোহ্মাৰে।
অভয় চৰণে শৰণ পশিলো চুৰিয়ো মায়া হামাৰে।।৮২৫।।
গোৱিন্দ গোপাল গোপীনাথ
দায়া নছাড়িবা মোৰে।
অপাৰ সংসাৰ আৰ নাহি পাৰ
মজিলো এ দুঃখ ঘোৰে।।৮২৬।।
হৰি হৰি হৰি হৰি এ ৰাম কৃষ্ণ ৰাম নাৰায়ণ নাৰায়ণ।
কৰা হৰি মোৰ মায়া উপশাম নাৰায়ণ নাৰায়ণ।।৮২৭।।
গোপীনাথ ইবাৰ মোকে নেড়িয়ো।
তযু মায়াজাল জঞ্জাল গুচায়া চৰণে শৰণ দিয়ো।।৮২৮।।
গোপাল গোপাল পালক কৃপাময়।
তুৱা পাৱে মোৰ মতি ৰতি যেন নছাড়য়।।৮২৯।।
ৰাম ৰাঘৱ ৰঘুপতি এ
তুমি দেৱ অগতিৰ গতি না এ।
তুৱা পদ কমলৰ মকৰন্দ ৰসে ৰতি
কৰিয়া থাকোক মোৰ মতি না এ।।৮৩০।।
জয় জয় যদুপতি এ
তুৱা পাৱে পশিলো শৰণ না এ।



ভাল কথা শুনি আছি মনে লৈলো সাৰ বাছি
তুৱা নাম পতিত পাৱন না এ।।৮৩১।।
প্ৰাণ বান্ধৱ মাধৱ এ দায়াশীল দেৱকী নন্দন না এ
তুমি দেৱ দীনবন্ধু কেৱলে কৰুণাসিন্ধু
কৰো তযু চৰণে বন্দনা না এ।।৮৩২।।
মোৰ প্ৰাণবন্ধু গোৱিন্দ সেৱক কৰিয়া লৈয়ো।
আন একো কাম নমাগো তোহ্মাৰ
ভৃত্যৰ সঙ্গত থৈয়ো।।৮৩৩।।
চিদানন্দ ৰাম সদানন্দ হৰি।
নিত্যানন্দ কৃষ্ণ মোক লৈয়ো দাস কৰি।।৮৩৪।।
হৰি ও তুমি আনন্দসিন্ধু।
হামু ভিক্ষাৰী মাগো এক বিন্দু।।৮৩৫।।
মধুৰিপু ৰাম ৰঘুপতি।
তোহ্মাৰ চৰণে মোৰ গতি।।৮৩৬।।
অৰুণ চৰণে দিয়ো ছায়া ৰাম।
তেৱেঁসে তৰিবো মায়া ৰাম ৰাম।।৮৩৭।।
দান্তে তৃণ ধৰি হৰি চৰণত লাগো।
তযু কৃপাৰসৰ কণিকা এক মাগো।।৮৩৮।।

---

৮৩২। পা. জয় যাদৱ যদুপতি এ

দায়া কৰা দায়া কৰা মোৰে হে ৰাম।
তোম্মাৰ চৰণ হৰি হৃদয়পঙ্কজে ধৰি
মুখে লৈবো তুৰা গুণনাম যদুমণি এ।।৮৩৯।।
ৰাম কৃষ্ণ বুলি অনাথে ডাকয় এ হৰি নাৰায়ণ।
অনাথক দায়া কৰা কৃপাময় এ হৰি নাৰায়ণ।।৮৪০।।
নাৰায়ণ নাৰায়ণ নাৰায়ণ নাৰায়ণ জয় নাৰায়ণ।
তোম্মাৰ অৰুণ চৰণ পঙ্কজে নিমজোক মোৰ মন।।৮৪১।।
নাৰায়ণ নাৰায়ণ হৰি ৰাম।
তুৰা চৰণে আম্মাৰ মজোক মন জয় ৰাম।।৮৪২।।

## প্ৰাৰ্থনা-নিৰেদন

এ ৰাম ৰাম জয় পৰমানন্দ।
পিঞো তযু চৰণ কমল মকৰন্দ।।৮৪৩।।
এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ।
তযু পদকমলে মজোক মেৰি মন।।৮৪৪।।
এ ৰাম ৰাম কৃষ্ণ ৰাম নিৰঞ্জন।
তুমিসে ঈশ্বৰ দেৰ ভকতৰঞ্জন।।৮৪৫।।
এ ৰাম ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
তুমি গুণনিয়ন্তা নিৰ্গুণ গুণধাম।।৮৪৬।।
ৰাম কৃষ্ণ ৰাম হৰি ৰামচন্দ্ৰ ৰাম ৰাম
শ্ৰীৰাম দেৱ ৰঘুপতি।



হে প্ৰভু ৰঘুনাথ প্ৰণামো দমায়া মাথ
তুমি মোৰ হৈবা নিজ গতি হৰি ৰাম
ৰঘুকুল নন্দন মুৰাৰি।।৮৪৭।।
গোপাল গোৱিন্দ ৰাম গোপাল গোৱিন্দ ৰাম
গোপাল গোৱিন্দ জয় ৰাম।
তোম্মাৰ চৰণে হৰি কেৱলে ভকতি বিনে
মোৰ আৰ নাহি আন কাম হৰি ৰাম।।৮৪৮।।
গোপীনাথ গোপীনাথ গোপীনাথ গোপীনাথ
গোপীনাথ গোপীনাথ হৰি।
তোম্মাৰ অভয় দুই চৰণে শৰণ লৈলো
লৈয়ো মোক দাস কৰি হৰি ৰাম।।৮৪৯।।

## নাম-ছন্দ

### ঘোষা।।

কৃষ্ণ ৰাম কৃষ্ণ ৰাম
কৃষ্ণ ৰাম কৃষ্ণ ৰাম।।৮৫০।।
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম।
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম।।৮৫১।।
কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম।
অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ।।৮৫২।।

**গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম মুৰাৰি।**
**অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী।।৮৫৩।।**
**গোৱিন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি।**
**ভকতি ৰোচন দুখ বিমোচন ভকতৰ ভয়হাৰী।।৮৫৪।।**
**পৰম পুৰুষ পৰম আনন্দ পৰম গুৰু মুৰাৰি।**
**অনাদি অনন্ত অচ্যুত গোৱিন্দ ভকতৰ ভয়হাৰী।।৮৫৫।।**
**জয় যাদৱ এ মোৰে প্ৰাণ জীৱেৰ জীৱন নাৰায়ণ।**
**ভকতৰ ধন তযু অৰুণ চৰণ।।৮৫৬।।**
**ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি।**
**ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি জয় নাৰায়ণ।।৮৫৭।।**
**ৰাম ৰাম ৰাম ৰাম ৰাম।**
**ৰাম কৃষ্ণ হৰি নাৰায়ণ।।৮৫৮।।**
**ৰাম ৰাম ৰাম ৰাম ৰাম।**
**ৰাম কৃষ্ণ হৰি হৰি হৰি হৰি।।৮৫৯।।**
**হৰি হৰি ৰাম ৰাম কৃষ্ণ ৰাম ৰাম ৰাম ৰাম।**
**শ্ৰীৰাম জয় জয় ৰাম।।৮৬০।।**
**ৰাম ৰাম ৰাম ৰাম গোপাল।**
**জীৱেৰ জীৱন যদুৰায়।।৮৬১।।**
**দীন দায়াশীল দেৱ দামোদৰ হৰি দামোদৰ।**
**দামোদৰ দামোদৰ দেৱ দামোদৰ।।৮৬২।।**



**অনাদি অনন্ত সদাশিৱ সনাতন হৰি এ।**
**নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন।।৮৬৩।।**
**নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন হৰি।**
**নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন।।৮৬৪।।**
**মুৰাৰি মধুৰিপু ৰাঘৱ এ ৰাম ৰঘুপতি।**
**ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম।**
**ৰাম ৰাম ৰাম নাৰায়ণ জয় নাৰায়ণ।।৮৬৫।।**
**যাদৱ যদুপতি মাধৱ এ**
**ৰাম ৰাম কৃষ্ণ নাৰায়ণ হৰি নাৰায়ণ।**
**নাৰায়ণ নাৰায়ণ হৰি নাৰায়ণ।।৮৬৬।।**
**ৰাম কৃষ্ণ গোৱিন্দ গোপীনাথ হৰি গোপীনাথ।**
**গোপীনাথ গোপীনাথ হৰি গোপীনাথ।।৮৬৭।।**
**কৰুণাসাগৰ মোৰ বান্ধৱ এ।**
**ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।।৮৬৮।।**
**ৰাম ৰাম ৰাম ৰাম গোৱিন্দ।**
**ৰাম ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম ৰাম।।৮৬৯।।**
**ৰাম কৃষ্ণ হৰি গোপাল গোৱিন্দ মুকুন্দ হৰি মুৰাৰি।।৮৭০।।**

---

৮৬৪-৮৬৫/ কোনো কোনো পুথিত দুয়োটি এযোকা ঘোষা কৰা হৈছে। আকৌ কোনো কোনো পুথিত ''নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন'' অংশ নাই।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম গোৱিন্দ জয় ৰাম।।৮৭১।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি।
ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম।।৮৭২।।
হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।
পতিত পাৱন হৰি গুণে অনুপাম।।৮৭৩।।
মোৰ প্ৰভু নাৰায়ণ ৰাম কৃষ্ণ ৰাম।
ভকতবৎসল প্ৰভু গুণে অনুপাম।।৮৭৪।।
ৰাম কৃষ্ণ নাৰায়ণ হৰি হে।
প্ৰভু ৰে হে ৰাম ৰাম ৰাম।।৮৭৫।।
মুকুন্দ মাধৱ মুৰাৰি মধুৰিপু।
জগত জীৱন ৰাম হৰি হৰি।।৮৭৬।।
জয়তি যদুপতি জগতজীৱন
যাদৱ মাধৱ ৰাম হৰি হৰি।
পৰম পুৰুষ ৰাম জয় জয়।।৮৭৭।।
ৰাম ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ
ৰাম ৰাম কৃষ্ণ ৰাম হৰি হৰি।।৮৭৮।।



ৰাম ৰাম ৰাম ৰাঘৱ ৰঘুপতি।
প্ৰণতপালক দেৱ হৰি হৰি।
প্ৰপন্ন তাৰকদেৱ জয় জয়।।৮৭৯।।
হৰিতো হৰি হৰি হৰিতো হৰি হৰি
হৰিতো হৰি হৰি ৰাম জয় জয়।।৮৮০।।
কৃষ্ণদেৱ তুমিতো প্ৰভু দীনদুঃখহাৰী।
ভকতৰঞ্জন ভয়ভঞ্জন মুৰাৰি।।৮৮১।।
গোপাল গোপীনাথ গোৱিন্দ ৰাম ৰাম।
গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ ৰাম।।৮৮২।।
গোৱিন্দ ৰাম গোৱিন্দ ৰাম।
গোপাল গোৱিন্দ ৰাম ৰাম।।৮৮৩।।
হৰি হৰি হৰি ৰাম গোৱিন্দ।
মুৰাৰি মুকুন্দ জয় ৰাম।।৮৮৪।।
ৰাম কৃষ্ণ হৰি ৰাম ৰাম।
গোপাল গোৱিন্দ জয় ৰাম।।৮৮৫।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
অমিয়া মাধুৰি তযু নাম।।৮৮৬।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয়।
ৰাম কৃষ্ণ দীনদায়াময়।।৮৮৭।।

---
৮৮২। পা. ভয়ভঞ্জন— ভৱভঞ্জন।

**যাদৱ মাধৱ দীন দায়াল।**
**দেৱকী নন্দন ৰাম গোপাল।।৮৮৮।।**
**ৰাম ৰঘুপতি পৰমানন্দ।**
**পৰম পুৰুষ দীনবন্ধু গোৱিন্দ।।৮৮৯।।**
**মোৰে ইষ্ট দেৱ যাদৱৰায়।**
**সেৱা কৰিবাৰ নামে উপায়।।৮৯০।।**
**গোৱিন্দ এ জয় কৃষ্ণ।**
**জগত জীৱৰ ৰাম।।৮৯১।।**
**সহজানন্দ হৰি স্বৰূপানন্দ।**
**হৃদয়ানন্দ হৰি পৰমানন্দ।।৮৯২।।**
**গোপাল গোৱিন্দ ৰাম মাধৱ।**
**ভকতজনৰ তুমি বান্ধৱ।।৮৯৩।।**
**গোপাল গোৱিন্দ গৰুড়কেতু।**
**ভকতৰ ধন জীৱনহেতু।।৮৯৪।।**
**ৰাম নিৰঞ্জন নিৰাময়।**
**জয় জগন্নাথ দায়াময়।।৮৯৫।।**
**গোৱিন্দ গোৱিন্দ গোৱিন্দ ৰাম।**
**পতিতপাৱন তোহ্মাৰ নাম।।৮৯৬।।**
**হলিৰাম ছিৰীৰাম।**
**বামন পৰশুৰাম।।৮৯৭।।**



**মুকুন্দ মুৰাৰি দীনদায়াশীল হৰি ৰাম।।৮৯৮।।**
**কমললোচন দুঃখমোচন মুৰাৰি ৰাম।।৮৯৯।।**
**ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।**
**ৰাম নাৰায়ণ ৰাম কৃষ্ণ ৰাম।।৯০০।।**
**বনমালী গোৱিন্দ ৰাম কৃষ্ণ হৰি।।৯০১।।**
**জীৱেৰ জীৱনধন মুকুন্দ মুৰাৰি নাৰায়ণ।।৯০২।।**
**ৰাম কৃষ্ণ হৰি অনন্ত মুৰাৰি এ হৰি নাৰায়ণ।**
**ভকতজনৰ দুঃখভয়হাৰী এ হৰি নাৰায়ণ।।৯০৩।।**
**নমো নাৰায়ণ নমো নাৰায়ণ।**
**নিৰঞ্জন নিৰাকাৰ নিৰ্ব্বিকাৰ নিৰাময়**
**নৰোত্তম সম সনাতন।।৯০৪।।**
**ৰাম হৃষীকেশ গোৱিন্দ হৃষীকেশ।।৯০৫।।**
**গোৱিন্দ ৰাম গোৱিন্দ ৰাম।**
**ৰাম কৃষ্ণ গোৱিন্দ ৰাম।।৯০৬।।**
**এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ।।৯০৭।।**
**হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।।৯০৮।।**
**ৰাম কৃষ্ণ ৰাম কৃষ্ণ এ ৰাম নাৰায়ণ।।৯০৯।।**
**জয় ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি।।৯১০।।**

---

৮৯৮। পা. হলিৰাম— হৰিৰাম

ৰাম কৃষ্ণ ৰাম কৃষ্ণ শিৱ সনাতন।
তুমিসে গোৱিন্দ ভকতৰ নিজধন।।৯১১।।
জয় হৰি ৰাম জয় ছিৰীৰাম।
পৰম মঙ্গল মাধৱৰ গুণনাম এ জয় হৰি ৰাম।।৯১২।।
কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম।
মধু-মুৰমথন মুৰাৰি হৰি ৰাম এ কৃষ্ণ কৃষ্ণ ৰাম।।৯১৩।।
ৰাম কমলাপতি তুমি অগতিৰ গতি।
ভকতি মিনতি তুতি নজানো পামৰ মতি।।৯১৪।।
গোপাল জয় ৰাম গোৱিন্দ জয় ৰাম।।৯১৫।।
গোপাল গোৱিন্দ ৰাম কৃষ্ণ মুকুন্দ।।৯১৬।।
গোৱিন্দ গোৱিন্দ দেৱকীনন্দন হৰি ৰাম নাৰায়ণ।।৯১৭।।
গোপাল গোৱিন্দ মুকুন্দ ৰাম ৰাম।।৯১৮।।
হৰি ৰাম ছিৰীৰাম জয় জয় ৰাম ৰাম।।৯১৯।।
এ ৰাম জয় ৰাম জয় ৰাম জয় ৰাম।
ও হৰি ৰাম ৰাম জয় ৰাম জয় ৰাম।।৯২০।।
শিৱ শিৱ শিৱ শিৱ শিৱ।
শিৱ সনাতন জগজীৱ।।৯২১।।
মাধৱ মাধৱ মাধৱ মধুৰিপু
গোৱিন্দ কৃষ্ণ হৰি হৰি ৰাম।।৯২২।।



নাৰায়ণ নিৰঞ্জন নিৰাকাৰ নিৰাময়
মুৰাৰি এ হৰি হৰি ৰাম।।৯২৩।।
ও প্ৰাণ গোপাল দীনবন্ধু নাৰায়ণ।।৯২৪।।
হে হে পৰমগুৰু পুৰুষোত্তম হৰি পুৰুষোত্তম।
পুৰুষোত্তম পুৰুষোত্তম জয় পুৰুষোত্তম।।৯২৫।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয় নাৰায়ণ।।৯২৬।।
মোৰ প্ৰভু নাৰায়ণ পৰমানন্দ হৰি পৰমানন্দ।
পৰমানন্দ পৰমানন্দ হৰি পৰমানন্দ।।৯২৭।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভুদেৱ নাৰায়ণ নাৰায়ণ।
নাৰায়ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভুদেৱ।।৯২৮।।
গোপাল গোৱিন্দ হৰি ৰাম ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ৰাম।।৯২৯।।
পৰমপুৰুষ শিৱ সনাতন।
অনন্ত অচ্যুত নিত্য নিৰঞ্জন।।৯৩০।।
ৰাম নিৰঞ্জন ও ৰাম নিৰঞ্জন।
নিৰাকাৰ হৰি হে ৰাম ৰাম।।৯৩১।।
ৰাম সদাশিৱ ও প্ৰাণ সদাশিৱ।
সনাতন প্ৰভু ৰে ৰাম ৰাম।।৯৩২।।
ৰাম দায়াশীল মোৰে প্ৰভু দায়াশীল।
দেৱ দীনবন্ধু ৰে ৰাম ৰাম।।৯৩৩।।

হৰি হৰি পৰমানন্দ প্ৰভু পীতাম্বৰ পীতাম্বৰ।
পীতাম্বৰ পীতাম্বৰ প্ৰভু পীতাম্বৰ।।৯৩৪।।
হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম।
হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম।।৯৩৫।।
পৰমানন্দ জয় পৰমানন্দ।
হৰি হৰি হৰি হৰি হৰি এ
হৰি হৰি এ পৰমানন্দ জয় পৰমানন্দ।।৯৩৬।।
কমলাকান্ত জয় কমলাকান্ত।
কমললোচন বনমালী হৰি এ বনমালী এ।
কমলাকান্ত জয় কমলাকান্ত।।৯৩৭।।
দামোদৰ প্ৰভু দামোদৰ।
দেৱকীনন্দন দীনবন্ধু হৰি এ দীনবন্ধু এ
দামোদৰ দেৱ দামোদৰ।।৯৩৮।।
জগতজীৱন ৰাম যদুপতি জগতজীৱন ৰাম।
হৰি হৰি জগতজীৱন ৰাম।।৯৩৯।।
জগতজীৱন ৰাম যদুপতি জগতজীৱন ৰাম।
হৰি হৰি জগতজীৱন ৰাম।।৯৪০।।
জগজীৱন ৰাম জগজীৱন ৰাম।
জগতৰ সুমঙ্গল তুৱা গুণনাম।।৯৪১।।



মধুসূদন দেৱ মধুসূদন দেৱ।
তুমি বিনে অগতিৰ গতি নাহি কেৱ।।৯৪২।।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি হৰি।
ৰামতে ৰমোহো অৱিৰাম ৰাম ৰাম।।৯৪৩।।
ৰামনাম ধৰ্ম্ম অনুপাম হৰি হৰি।
পূৰে ভকতৰ মনকাম ৰাম ৰাম।।৯৪৪।।
কলিযুগে ৰামনাম সাৰ হৰি হৰি।
ৰামনাম বিনে নাহি আৰ ৰাম ৰাম।।৯৪৫।।
ৰাম বুলি পাৰে ভৱপাৰ হৰি হৰি।
ৰামনাম জগত উদ্ধাৰ ৰাম ৰাম।।৯৪৬।।
ৰাম নাম অমূল্য ৰতন হৰি হৰি।
ৰামনাম বিনে নাহি ধন ৰাম ৰাম।।৯৪৭।।
ৰামনাম মুক্তিবিড়ম্বন হৰি হৰি।
জপ ৰামনাম অনুক্ষণ ৰাম ৰাম।।৯৪৮।।
ৰামনামে ভকতি সুগম হৰি হৰি।
নাহি ভক্তি ৰামনাম সম ৰাম ৰাম।।৯৪৯।।
ৰামনাম ধৰ্ম্মতে উত্তম হৰি হৰি।
ৰামনাম পাতকৰ যম ৰাম ৰাম।।৯৫০।।
ৰামনাম ধৰ্ম্ম শিৰোমণি হৰি হৰি।
ৰামনাম পাপৰ অগনি ৰাম ৰাম।।৯৫১।।

ৰামনাম মৃতসঞ্জীৱনী হৰি হৰি।
ৰামনাম ঘুষিয়োক ছানি ৰাম ৰাম।।৯৫২।।
জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হৰি
জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ
হৰি হৰি ৰাম।
জগন্নাথ জগন্নাথ হৰি।।৯৫৩।।
নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি
নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি
হৰি ৰাম নিৰঞ্জন নিৰঞ্জন হৰি।।৯৫৪।।
গোপাল গোপাল গোপাল গোপাল
গোপাল গোপাল ৰাম।
গোপাল গোপাল গোপাল গোপাল
গোপাল গোপাল ৰাম।।৯৫৫।।
ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম।
ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম।।৯৫৬।।
গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম
গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম হৰি।
গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ
গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম।।৯৫৭।।



মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি
মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি হৰি ৰে হে।
হৰি হৰি হৰি হৰি হৰি হৰি হৰি ৰাম শ্ৰীৰাম।।৯৫৮।।
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি ৰাম।
ৰাম কৃষ্ণ হৰি মুকুন্দ মুৰাৰি মাধৱ মধুসূদন হৰি হৰি
যাদৱ যদুনন্দন।।৯৫৯।।
ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।
ৰাম ৰাম ৰাম ৰাম ৰাম হৰি হৰি ৰাম
ৰাম ৰাম ৰাম ৰাম।।৯৬০।।
হৰি হৰি হৰি হৰি হৰি হৰি হৰি হৰি হৰি এ
প্ৰাণবন্ধু হৰি হৰি হৰি হৰি এ মোৰে প্ৰাণধন হৰি এ
অনাদি অনন্ত প্ৰভু ভগৱন্ত ভজো চৰণত ধৰি এ
হৰি হৰি ভজো চৰণত ধৰি এ।
পতিত পাৱন প্ৰভু নাৰায়ণ সেৱক লৈয়ো উদ্ধাৰি
দীনবন্ধু সেৱক লৈয়ো উদ্ধাৰি
গোবিন্দ জয় ৰাম।।৯৬১।।
মুৰাৰি মুকুন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম
মুৰাৰি মুকুন্দ জয় ৰাম।

সুমৰণে পাপ ক্ষয় মিলে মহামহোদয়
দুঃখচয় গুচে শোকভয় হৰি ৰাম।।৯৬২।।
ৰাম কৃষ্ণ গোৱিন্দ ৰাম কৃষ্ণ গোৱিন্দ
ৰাম কৃষ্ণ গোৱিন্দ হৰি।
বনমালী বাসুদেৱ পদ্মনাভ জনাৰ্দ্দন
মাধৱ মুকুন্দ মুৰাৰি হৰি ৰাম।।৯৬৩।।
মাধৱ মধুৰমূৰতি মধুসূদন দনুজদমন দুঃখহাৰী
পীতাম্বৰধৰ শ্যামসুন্দৰ হৰি।
জয় জয় মুকুন্দ মুৰাৰি হৰি ৰাম।।৯৬৪।।
ৰাম জয় হৰি জয় ৰাম কৃষ্ণ ৰাম হৰি জয়।।৯৬৫।।
ৰাম কৃষ্ণ যিটো সততে সুমৰে তাৰ আৰ কাক ভয়।
সমস্তে ধৰ্ম্মৰ উপৰে বসিয়া ৰাম নাম প্ৰকাশয়।।৯৬৬।।
ৰাম কৃষ্ণ নাম কীৰ্ত্তন বিনাই কৃত্য শেষ নথাকয়।
ৰাম কৃষ্ণ নাম কীৰ্ত্তনে কৃষ্ণৰ কৃপাৰ মন্দিৰ হয়।।৯৬৭।।
ৰাম কৃষ্ণ নাম কীৰ্ত্তনে স্বভাৱে সংসাৰ সুখে তৰয়।
ৰাম কৃষ্ণ নাম কীৰ্ত্তনে সমস্তে বিঘিনি নাশ কৰয়।।৯৬৮।।
ৰাম কৃষ্ণ নাম ৰসক লভিয়া মুকুতিকো নগণয়।
ৰাম কৃষ্ণ নাম পৰম আনন্দ সমুদ্ৰে মজি থাকয়।।৯৬৯।।

---

৯৬৫। পা. পীতাম্বৰ ধৰ শ্যামসুন্দৰ হৰি = পীতাম্বৰ ঘনশ্যাম সুন্দৰ হৰি।
৯৬৬। পা. কোনো কোনো পুথিত ওপৰঞ্চিভাৱে 'ৰামকৃষ্ণ নাম কীৰ্ত্তন প্ৰভাৱে সংসাৰ সুখে তৰয়।'



ৰাম কৃষ্ণ নাম কীৰ্ত্তন প্ৰসাদে হৰিৰ বল্লভ হয়।
ৰাম কৃষ্ণ নাম কীৰ্ত্তন কৰিয়া হৰিকো বশ্য কৰয়।।৯৭০।।
ৰাম হৰি জয় ৰাম হৰি।
গোপাল গোৱিন্দ ৰাম হৰি জয় ৰাম।।৯৭১।।
ৰাম হৰি জয় ৰাম
ৰাম ৰাম হৰি জয় ৰাম।।৯৭২।।
এ হৰি হৰি ৰাম জয়।
ৰাম হৰি জয় ৰাম গোৱিন্দ।।৯৭৩।।
ৰাম জয় জয় ৰাম জয়।
মুকুন্দ মুৰাৰি ৰাম হৰি জয়।।৯৭৪।।

## খেদ

ঘোষা ।। এ হৰি হৰি হৰি হৰি হৰি হৰি হৰি
কি কাম কৰিলো আমি।
সাধুসঙ্গ লৈয়া তোহ্মাক নভজি
ভৈলো কিনো অধোগামী।।৯৭৫।।
পদ ।। নিজ দাস হুয়া সেৱাক তেজিলো।
এহি দোষে ঘোৰ আপদে মজিলো।।৯৭৬।।

**তুমিসি সুহৃদ আত্মা প্ৰিয়তম।**
**তথাপি তোহ্মাক নভজো কি মঞি অধম।।৯৭৭।।**
**তুমি নিজ পিতৃ গুৰু ইষ্ট মোৰ।**
**মঞি মন্দমতি ভৈলো সেৱাচোৰ।।৯৭৮।।**
**অধমকো তাৰে তোহ্মাৰ ভকতি।**
**তথাপি তোহ্মাক নভজো কুমতি।।৯৭৯।।**
**ইষ্ট দেৱ বুলি তোহ্মাক নধৰো।**
**নিকাৰ ভুঞ্জিয়া সংসাৰতে মৰো।।৯৮০।।**
**তুমিসে কেৱলে কৰুণাসাগৰ।**
**তোহ্মাক নভজো কি মঞি পামৰ।।৯৮১।।**
**আৰে কৃপাময় দিয়োক শৰণ।**
**দোষ মৰিষণ তোহ্মাৰ চৰণ।।৯৮২।।**
**ইবাৰ ঈশ্বৰ নছাড়িবা মোক।**
**মোৰ মন মজি তোহ্মাতে ৰহোক।।৯৮৩।।**
**মোৰ প্ৰাণ হৰে জীৱন প্ৰাণ হৰে।**
**হৰি ৰে ৰাম ৰাম কৃষ্ণ হৰে।।৯৮৪।।**
**কৃষ্ণ হৰি এ প্ৰাণ হৰি এ**
**হৰি ৰে ৰাম ৰাম ৰাম ৰাম ৰাম।।৯৮৫।।**



**হৰি ৰে হৰি ৰে ৰাম ৰাম ৰাম ৰাম ৰাম।**
**জয় জয় হৰি ৰাম।।৯৮৬।।**
**গোৱিন্দ ৰে জয় কৃষ্ণ জয় ৰাম জয় ৰাম।।৯৮৭।।**
**হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম।।৯৮৮।।**
**হৰি হৰি এ নাৰায়ণ জয় গোৱিন্দ ৰাম।।৯৮৯।।**
**কৃষ্ণ ৰাম গোৱিন্দ।**
**হৰি ৰাম গোৱিন্দ জয় ৰাম জয় ৰাম।।৯৯০।।**
**গোৱিন্দ কৃষ্ণ ৰাম ৰাম ৰাম।**
**গোৱিন্দ গোৱিন্দ ৰাম ৰাম।।৯৯১।।**
**গোৱিন্দ মাধৱ প্ৰাণ বান্ধৱ ৰাম কৃষ্ণ হৰি জয়।।৯৯২।।**

---

৯৮৬। এই ঘোষা যোকা প্ৰায়বোৰ সাঁচিপতীয়া পুথিতে পোৱা যায়।
৯৮৭। সংখ্যক ঘোষাৰ পিচৰ পৰা পাঠ আৰু সংখ্যাৰ ভিন্নতা পুথিবোৰত দেখিবলৈ পোৱা যায়। এই পাঠৰ বিষয়ে খাটাংকৈ একো ক’ব নোৱাৰি।
৯৮৮-৯৮৯। কোনো কোনো পুথিত দুয়ো এযোকা। আকৌ ৯৮৯ সংখ্যক ঘোষা যোকা দ্বিৰুক্তি হৈ ৯৮৯-৯৯০ সংখ্যক ৰূপে পোৱা যায়।
৯৯০-৯৯২। এই তিনি যোকা কোনো কোনো সাঁচিপতীয়া পুথিত পাবলৈ নাই। তাৰ সলনি ঃ

হৰি পৰমানন্দ গোৱিন্দ এ হে ৰাম।
ৰাম কৃষ্ণ নিৰঞ্জন হৰি ৰে হে।।
নাৰায়ণ এ হৰি এ জয় ৰাম।।
গোৱিন্দ মুৰাৰি এ। হৰি এ জয় ৰাম।।

## ঘোষা।।

**হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়।**
**ৰাম নামে মাৰণা মাৰে পাপকটকৰ ক্ষয়।।৯৯৩।।**

## পদ।।

**পাপ বিপক্ষক সংহৰি হৰিৰ নামে খলখলি হাসে।**
**সকল ধৰ্ম্মৰ উপৰে বসিয়া হৰিৰ নাম প্ৰকাশে।।৯৯৪।।**
**মুকুতি সুখক বশ্য কৰি হৰি নামে আনন্দত নাচে।**
**পুৰুষে সহিতে সখিত্ব কৰিয়া চলয় হৰিৰ কাছে।।৯৯৫।।**
**আপুন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চড়ে।**
**যিটো নাম লয় হৰি তাৰ হয় ই পুনু ৰহস্য বৰে।।৯৯৬।।**
**হৰিগুণ নাম ভাৰিয়া পুৰুষে ৰহয় হৰিৰ পাশে।**
**হৰিৰ চৰণ হৃদয়ে ধৰিয়া কহয় মাধৱ দাসে।।৯৯৭।।**

---

ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম
ৰাম ৰাম ৰাম ৰাম ৰাম!
ৰাম ৰাম এ হৰি ৰাম নিৰঞ্জন।।

---

৯৯৩। পা. মাৰণ মাৰে = মৰণা মাৰে
৯৯৪। পা. সকলে ধৰ্ম্মৰ উপৰে বসিয়া = সকল সুখৰ উপৰে বসিয়া



## খেদ

**ঘোষা।। এ ভাৰক ভাই ভজ ভগৱন্ত ভক্তিভাৰে।**
**ভগৱন্ত ভজিয়া পৰম গতি পাৰে।।৯৯৮।।**
**পদ ।। ভগৱন্ত নভজি চলয় যমঠাৰে।**
**ভগৱন্ত ভকতক শমনে নধাৰে।।৯৯৯।।**
**ভগৱন্ত ভজিয়া জনম বাহুড়াৰে।**
**আন যত সবে মিছা ভক্তিৰ অভাৰে।।১০০০।।**
**জানিয়া ভজিয়ো ভাই ভগৱন্ত পাৰে।**
**এহু ৰস মাধৱ মুৰুখমতি গাৰে।।১০০১।।**

**।। সমাপ্ত।।**

# শব্দ-নিৰ্দ্দেশিকা

**সঙ্কেত ঃ আৰ০ = আৰবী, (ঘ) ঘোষা, তু০ ক০ = তুলনা কৰক, প্ৰা০ = প্ৰাকৃত, ফা০ = ফাৰ্চী, ব্ৰজ০ = ব্ৰজবুলি, স০ = সংস্কৃত, পৰি. = পৰিশিষ্ট।**
*সংখ্যাবোৰে পদ নিৰ্দেশ কৰিছে; সমান চিন ব্যুৎপত্তিগত সম্বন্ধৰ সঙ্কেত।*

## কীৰ্ত্তন-ঘোষা

অকাম ৪৫১—নিষ্কাম, স্পৃহাহীন
অকীৰ্ত্তি ৬৫৭—অকাৰ্য্য
অগনি ৬১৩—অগ্নি, জুই
অগম্যাগমন ১৮২—পতিতাৰে মিলন, বেশ্যাৰে সহবাস
অগস্তি ২০৩—অগস্ত্য (মুনি)
অঘ-মৰিষণ পৰি. ২৭৭—অঘ-মৰ্ষণ সূক্ত নামে পাপনাশী মন্ত্ৰ; নাকৰ এটা বিন্ধাৰে পানী সুমুৰাই আনটো বিন্ধাৰে উলিয়াই দিয়া কাৰ্য্য
অঙ্গ-ভঙ্গ ৫৪৮—অঙ্গি-ভঙ্গি কৰা, ইকাটি-সিকাটি কৰা
অনঙ্গ-কেলি ১০১৩—অনঙ্গ-কামদেৱ, কেলি—ধেমালি, ৰঙ্গ, কামকেলি, শৃঙ্গাৰ; কাম ক্ৰীড়া
অনঙ্গ-ৰঙ্গ ১০১১—ঐ
অনুকম্পা ৮৫৪—দয়া
অনুশৌচ ১৯৭০—অনুতাপ
অন্তক— ৬২৬, ১৯৬৩—মৃত্যু, যম
অন্তৰ্জল পৰি. ২৭৭—পানীৰ তলত, পানীত ডুব দি
অন্তৰীক্ষ ৪০০, ৬২০—শূন্য, মহাকাশ
অপুণ্য ১৯৭৯—পাপী
অম্লান ৮৪১—জঁই নপৰা
অৱলম্ব ১৫০১—আশ্ৰয়
অৰ্থবাদ ৫১—তৰ্কবাদ
অভাগ ১৯৭৭—অভাগ্য, দুৰ্ভাগ্য
অৰুণ ৬৮৮, ৮০৮—ৰঙা; অৰুণ-অধৰ, ৰঙা ওঁঠ
অলকা ২৬৯, ৬৪৫ কপালত ওলমি পৰা কেঁকোৰা চুলি
অসূয়া ৯৩৪—দ্বেষ, হিংসা, পৰশ্ৰীকাতৰতা, ঈৰ্ষা
অহম্মম ৩৭৪, ৬৭৭, ৮৪৭—'মই' আৰু 'মোৰ' ভাব
আকলি ৫১৫ } দেখি
আকলিয়া ৬১৭ } দেখি
আখণ্ডল ১৪৮৭—ইন্দ্ৰ
আকেএৰে ৫৩—ইয়াৰে
অষ্টাঙ্গ যোগ—যোগৰ আঠোটা অঙ্গ বা প্ৰক্ৰিয়া—আসন, যম,



নিয়ম, প্ৰাণায়াম, প্ৰত্যাখ্যান, ধ্যান, ধাৰণা, সমাধি।
আগ্ৰহি ৬৩৪, ১২২৭—কাঢ়ি ল
আচান্ত ১৫৩৮—আচমন, মুখ ধোৱা
আছে ১২০৮ থাওক
আছোক ৩৯০—থাওক চাৰি
আঞ্চল ৮২৭—অঞ্চল, আঁচল
আঞ্জৰ-পাঞ্জৰ ১৫৩৯—আশ-পাশ
আণ্টাইলেক ৫২৪, ১৫৪৪—পালেগৈ (স° অট্)
আটাল ১৩৩৮, 'ঘৰৰ ওপৰ চাং', [ স° অট্টাল ]
আটাস ৩৮৪, ৬২৩— 'ঘোৰ হাঁসি', আটাহ পৰা, ভয়ঙ্কৰ শব্দ কৰা [ স° অট্টহাস্য ]
আটোপে ১১৭৫, ১ ২৯৯, ১৫৩৬—দম্ভেৰে
অথন্তৰ ২৪৪, ১৪৪৫— দুৰ্দ্দশা, অঘটন, বিঘিনি, আপদ
অনৰ্থ ৬৫৭— দুষ্টালি
আন্ত ৪১৫—নাড়ী [ স° অন্ত্ৰ ]
আপেক্ষিয়া ৭৫৬—অপেক্ষা কৰি, বাট চাই
আৰকত ২৯৪—ঈষৎ ৰঙা
আৰকা ১৩২৮, ১৮৪৭—আকৌ, পুনৰ
আৰম্ভ ১৩৩৮, ১৬০৭ আগফাল (?)
আৰাম ১৫১৫—জিৰণী ঘৰ (?) উদ্যান (?) [ স° আৰামন, আৰামা ]
আৰিমুৰি ৫৫—আটি মুটি, গা-মূৰ লৰোৱা, ইকাটি-সিকাটি কৰা, ইলুটি-সিলুটি কৰা।
আৰ্য্যক ১৮৬২—ককা, আজোককা
আলাগতে ৪১২, ১২৩০—আকাশতে, দূৰতে, নিলগতে
আলেজালে ২০২৩—অনৰ্থ কামত, আলস্যতে, হেলাতে
আৱৰ্ত্ত পৰি. ১৬৪—পাক, চাকনৈয়া
আশেষ ৩৪৫—অশেষ
আযাৰেক ৫৪৪—এ আযাৰ
আযুধি ৬২৩—ঔষধি, আহুদি
আসুখ ৮৯৮—অসুখ
আস্ফাল পৰি.—আঘাত, শব্দ
আস্ফালি ৭৬৯—ঘোদালি, তাল আফাল কৰি
ইক্ষুদণ্ড ১১৫০—কুঁহিয়াৰৰ ডাল
ঈষত ৮৩৫—কিঞ্চিত, অলপ (ঈষত/ ঈসত হাঁসি—মিচিকিয়া হাঁহি)
উগ্ৰশ্ৰৱা ১৭৬৭—ৰোমহৰ্ষণৰ পুত্ৰ, তেৱেঁই ঋষিসকলৰ আগত ভাগৱত ব্যাখ্যা কৰিছিল।
উচ্চাই, উচায়া ৪০৫, পৰি. ২০৪—ওপৰলৈ তুলি
উচ্ছন্ন ১২৭৭—নিৰ্ম্মূল; উচ্ছেদ
উচ্ছ্ৰিত ১৪৯, ১১২৯—ওখ
উচ্ছাদ ৫১— উচ্ছেদ
উজন্টি ১৫৮— ভৰিৰ আঙুলিৰ অলঙ্কাৰ
উড়ি পৰি. ২০৪—ওপৰলৈ তুলি
উৰ্ড়ে ১৬৫—পিন্ধে, পৰিধান কৰে

জলযন্ত্র-চক্র পৰি. ১৭৩—নাদৰ পানী
তোলাত ব্যৱহাৰ কৰা চকৰি
জয়তি ৩২—জয়, বিজয়, জিত
জাড়বুদ্ধি ৮১৬—উপপতি
জ্ঞানে/ভাৱে
জাঙ্ঘ ১৭৬—জাং, আঁঠুৰপৰা
গোৰোহালৈকে [ সং জঙ্ঘা ]
জাতিষ্কাৰ ১৭৯— পোহৰ, শোভা
[ সং জ্যোতিষ্কাৰ ]
জান্তে ৯২৫— ঘঁহে, পিহে
জান্তন্ত ২৩০— মোহাৰি দিয়া,
পিটিকি দিয়া
জাস ৪০৬, ১৫৪৮— জাহ যোৱা,
আত্মবিসৰ্জ্জন
জিলিমিলি ৭৩৫, ৭৬৮— এবিধ
অলঙ্কাৰ (?)
জুট ১৬৯— জঁটা
জুমাজুমি ৫৭৫, ১৯০২—ভুমুকা-
ভুমুকি।
জুমুৰী ৫৪৯— জুপুকা লগা
জোনো, যোনো ৮৯৮, ১২ ৪৫;
১৩৩৫—যেন নহয়,
জানোচা [ সং যৎ-ন ]
জৌতি ১৫১, ১৮৭০—জ্যোতি
জ্যোতিস্তেজ ৬৭১— গ্ৰহ নক্ষত্ৰৰ
জ্যোতি
জ্বালা ১৬২-৬১৩—জ্যোতি
ঝণকে ৯৪০—ঝণ্ ঝণ্ শব্দ কৰা
ঝপায়া ৯২—জপটিয়াই, একে লগে
ঝাকিলা ১৫৩৯— জাকপাতি মাৰিলে
ঝাণ্টন্ত ২৩০ মোহাৰে, পিহে

ঝান্তে ৯২৩
ঝাণ্টে ১৯৭, ২৭০ } সোনকালে,
খৰকৈ [ সং ঝটিতি ]
ঝাৱলে/জাঞলে ৭৭৭, ১২১৭—
হাত দুখন একেলগে কৰি
ঝিকিপাৰে ৫৪১— জিক্‌মিকায়
টবল পৰি. ৯২-বাদ্য বিশেষ
টমকিল পৰি. ৯২ বাদ্য বিশেষ
(তুং কং টেমেকা)
টাঙ্কি ৬৩৪— ডুবাই, হানি কৰি
টাঙ্গি/টিঙ্গি ৬২৭—কাটি, ভাঙ্গি
[টাঙ্গী, সং টঙ্ক, শিলকটা
বটালি, কোৰ, সৰু, কুঠাৰ। ]
টেৰ ৫৪৯, ৬৬৫— বেঁকা
[ সং তিৰ্য্যক]
ঠান্ ঠানে ৩৩৬, ৪৯২, ৮৫০—
গঢ়েৰে, দৰে
ঠাৰি ৭৭,—পতিয়ন যোৱা, আৰ্হিৰে,
নিশ্চয় কৰা
ঠেক, কটাক্ষ ৫৪৩—বেঁকা চাৱনিৰে
ঠেও ধৰা
ডাকিল ১৯৭১— দূৰ কৰিলে,
খেদিলে
ডাকি ৭৯৪— ঢকিয়াই, গতিয়াই
ডিম্ব ৮৭৯— ব্ৰহ্ম-ডিম্ব, ব্ৰহ্মাণ্ড
তদগত ৮১২— একাগ্ৰ চিত্ত
তপসাইল ৬৮০— তপ কৰিলে,
তপসাই— তপ কৰি
তম ১৫৪৪— অন্ধকাৰ
তন্তায়া ১৮২৭, তন্তাই ১৯৩৯—
থমাই, ৰখাই।



তয় ২৮৪—তহঁত, ১৬৯৮— তাত
[ সং তথা > তহ ]
তৰ ৫০৫— বাম, পানীৰ পৰা
ওপৰৰ ঠাই
তৰে ৪৭— হকে
তৰি ৭৬— ত্ৰাণ পায়, উদ্ধাৰ হৈ
তড়িত ১৬১— বিজুলী, তড়িত
জড়িত জলদ—বিজুলী যুক্ত
মেঘ
তাত ১৩৭৬-পিতৃ, পিতা
তাড়ে ৬২৩—হানে, খোচে, বিন্ধে,
সূচী তাড়ে—বেজিয়ে বিন্ধে
তাৰদেৰে ২০৫, তাৰে ৭৫৬—
তেতিয়ালৈকে
তাৰে ১৯৫২— তাপ দিয়ে [ সং
তাপয়তি ]
তিৰমিৰি ১৫৫৮— চিক্ মিক্
তুল ১৫৪, ৮৫৭— তুল্য
তেন্তে এৰে ৬৬— তেওঁৰে
তেহু পৰি. ৩— তেনে
তৈৰ ৯৯— তাৰপৰা
তোৰণ ১১১২—বাট-চ'ৰা,
পদূলিমুখৰ দুৱাৰ
ঠাৰি/থাৰি ৭৭-থিৰ কৰা
দঁৰায়, দৰাই ১৫৬৫, পৰি. ১৫৭—
দৌৰাই, নমাই
দণ্ডিত ২৬৮, ৬৩৬—শাস্তি, ভয়ত
দৰদৰি ৫১৪— বেগাই, খৰধৰকৈ
দৰশায় ৮৪০—দৰ্শাই, দেখুৱাই
দল ৬৬৪—লদা
দহৰৈ ১৫৫—দাহ কৰে, নষ্ট কৰে

দাদুৰী পৰি. ২— ভেকুলি
দান্ত নুঘুৰৈ ৬২৯— ঘূৰি নাচায় (?)
দাৰুণক ৩১৩—দুষ্ট
দাহিন ২০০৬— সোঁ [ সং দক্ষিণ ]
দিগম্বৰ ১১৫৮— নাঙঠ
দীৰ্ঘি ৫৩৭—পুখুৰী [ সং দীৰ্ঘিকা ]
দুতি পৰি. ৮১—দ্বিতীয় [ পালি.
দুতিঅ ]
দুষ্মহ ১৯৯৯—দুঃৰ্দ্দম্য
দুস্তৰ ২৭৬, ৫৯৩— য'ৰ পৰা ত্ৰাণ
পোৱা কঠিন
দুস্ত্যজ ৯৩৪, ১২৫০—ত্যাগ কৰিব
নোৱাৰা
দুৰিত ১৬৪৬—কলুষ, পাপ
দেখিঅ/দেখিয় ৩২, ১৯২৭—দেখা
যায় [ পাঃ দেৱখিঅ ]
দেৱ আখণ্ডল ১৪৭৮— ইন্দ্ৰ
দেৱযোগ ১৪৮৪— দেৱতাৰ যোগ্য
দেৱাঙ্গভূষণ ৫৬২— দেৱভূষণ
[ দেৱ-দেৱতাৰ, অঙ্গভূষণ—
পোছাক, সাজ-পোছাক ]
দেৱান ৬৩৩— মন্ত্ৰী, বিষয়া [ আৰং
দীৱান ], সভা
দোধো—১০১১—দুই দুই; প্ৰতি দুই
[ হিং দো দো ]
দোহাৰ ৪০৯— দুডোখৰ, দুচেও
ধনুযাগশাল ১১৪৯—ধনু-পূজা কৰা
যজ্ঞশাল
ধাউ গেড়ি ১৪২৬— প্ৰাণৰ
কাতৰত মৰা চিঞৰ

ধাকুৰন্তে ১২৩৬— ঢাকুৰি (হিয়া) ভুকুৰাই
ধাৰ ১৪৭৭— যুদ্ধ
ধূস্তুৰ ৫৩৬— ধুতুৰা
ধ্বজ ৮৭৩— পতাকা
নৰগুণ ১৭২৪—লগুণ বা উত্তৰী, নৰগুণ—আচাৰ, বিনয় বিদ্যা, প্ৰতিষ্ঠা, তীৰ্থদৰ্শন, বেদপাঠ, তপ, দান
নবাধি ৪৯— বাধা দিয়া নাযায়
নাকলে ৩৫৭— নমনে; উপলব্ধি নকৰে
নাকলিয় ৮৭৮—নেদেখি, নমনি
নাৰে ১৭৯৩—নোৱাৰে
নাহ ১৪৭১— স্বামী, নাথ
যদুনাহ ১৭৩৫— যদুনাথ, যদুবংশৰ, অধিপতি
নাহা ১০৪২, ২০০১— ঐ
নিকালি ৬— খেদি
নিগ্ৰহি ১৯৬১— দমন কৰি
নিচুকি, নিচুকে ২২১, ১৮৮৫— নীৰৱে, চুপেচাপে
নিৰ্ঝৰ পৰি. ৯৯— ঝৰণা, নিজৰা
নিঢালে ৭৭৭, ১৯৩২— হাত ভৰি মেলি
নিত ১৯১৩— সদায়
নিদান ৬৪১, ১২৮৩— ব্যৱস্থা, কাৰণ
নিন্দ ২৮ (ঘ) ১৪২ (ঘ)— নিদ্ৰা
নিধি ১০৬৮— ধন, ভাণ্ডাৰ
নিস্বানে ৯৮৭— ধ্বনি
নিয়ম ৩২০— সংযম
নিবিড় ৩৫৩— গাঢ়
নিমেষ ৯০৪— পল, পলক (চকুৰ পলক)
নিৰপাৰ ৮১৯— অপাৰ
নিৰুজ ১৪৪০— সুস্থ
নিৰ্ঘাত ৭০৭— বজ্ৰপাতৰ দৰে শব্দ
নিলয় ৭০৭— স্থান, ঠাই
নিৰ্য্যাণ ১৯২৮— মৃত্যু
নিৰৰ্ত্তিয়া ৩১৯; ১৪৪৪— ঘূৰি, উলটি
নিস্খল ৯৬, ৬২৪— খল, দুষ্ট
নিশান/নিসান ৫১৪, ৮৬৭— বাদ্য; শব্দ, সঙ্কেত [ সং নিঃস্বন ]
নিহল ৬৪৬, পৰি. ৭— শিকলি [ সং নিগড় ]
নিহালি ১৪২২— নিহালন্তে- নিৰীক্ষণ কৰি, চাই [ সং নিভল্ ]
নুযুৰায় ৬২৬— উচিত নহয়
নুহিকা ২৪১— নোহোৱা
নৃগ ১০৩০— ঈক্ষ্বাকু বংশীয় ৰজা; এবাৰ গোদানত বিভ্ৰাট ঘটাত ব্ৰাহ্মণৰ শাপত কিকলাস (তেজপিয়া)ত পৰিণত হয়। [ ভাগ. ৪/১০/১১, মহাভা. ১৩/৬০ ]
নৃহৰি ৪০৮— নৰসিংহ
নেদা ৭৭— নিদিয়া
নেৱালী ৫৩৫— এবিধ ফুল ঃ নৰমালিকা
নৌক ৩১০— নহওক
পঙ্কতি ৯৫১— শাৰী [ সং পংক্তি ]



পঞ্চজন ১৩৩০— শঙ্খৰূপী এটা অসুৰৰ নাম। কোনো কোনো পুথিত পাঞ্চজন পাঠহে পোৱা যায়। কিন্তু পঞ্চজন পাঠহে শুদ্ধ। [ তুং কং ভাগ. ১০। ৩৭।২৬ ]
পঞ্চভূত ১০৯৪— ক্ষিতি, অপ, তেজ, মৰুৎ, ব্যোম (মাটি, পানী, তেজ বা পোহৰ, অন্তৰীক্ষ, আকাশ)।
পঞ্জাল ৮৭৪— পাঁচ আঙুলিৰে খোজৰ চিন
পট্টিশ ১৮৬০— ত্ৰিশূলৰ দৰে এবিধ অস্ত্ৰ
পদৰজ ৭৯০— ভৰিধূলা
পদে ২৮৫, ৯৭৪, পৰি. ২৮২— বাবে, কাৰণে
পদ্মবচি ৫৩৬— এবিধ ফুল
পয়াণ ১০৫১— প্ৰয়াণ ১৯১৯— মৃত্যু, যাত্ৰা, প্ৰস্থান
পৰা ২৮৩, ৬৩৯, ২০১৮— প্ৰায়
পৰায় ৪০৭— প্ৰায়
পৰিঘ ১৮৬০— এবিধ অস্ত্ৰ
পৰিছেদ ৩৩৪, পৰিচ্ছেদ ১৮৯৭— ভেদ, অন্ত [ সং পৰিচ্ছেদ ]
পৰিয়াৰ ৩৭৮— পৰিয়াল; পৰিবাৰ
পৰশন্তে ৮১১— স্পৰ্শত; সম্ভোগত
পৰ্য্যতি ১৩৮৪— ভ্ৰমি ফুৰা, ভ্ৰমণ কৰা
পলম্পি পৰি. ২৬৩— বুৰাই
পসৰাই ৬৬০— পোহৰাই
পাইক ৬৩৪— চিপাহী [ সং পদাতিক, পাইক ]
পাক পৰি. ২৬৩— পকনীয়া
পাকড়ি ৮৫৩—এবিধ গছ [ সং পৰ্কটিকা ]
পাকৰি ৮৫৩— সুতলাহি
পাঘে ১৮১৭— পঘাৰে [ সং প্ৰগ্ৰহ ]
পাঞ্চনি ৬৪৯— আদেশ, উচটনি
পাঁঞ্চে ৭০৯— পাচে, লগায়, নিয়োগ কৰে
পাঞ্জৰ ৪০৭— দাঁতি; কাষ [ সং পঞ্জৰ ] আঞ্জৰ-পাঞ্জৰ ১৫৩—আশে-পাশে, ওচৰে- পাঁজৰে।
পাণ্ডুৰ ১৬৭— বগা-হালধীয়া ৰং
পাড়িলা ১১৭৬— পেলালে
পাদুকাপীহ্ৰা ৭১০— ভৰি থোৱা পীৰা, খৰম
পান্তি ১৫৭, ৭৩৪, ১৮৭১— শাৰী [ পংক্তি ]
পাৰি, পাৰিয়া ১২৩১— পেলাই লৈ, চিটাই লৈ
পৰি ২০০৯— মুক্তি
পাৰন্ত চুমা ৬৭৯— চুমা খাই
পাশি ১৫৭; পাষি ৫৪০— পাহি
পাষণ্ড ১২৭৭— বৌদ্ধতান্ত্ৰিক, অভক্ত
পুচ্ছ ১৬৫, ৯৮৫— নেজ
পুছা ৮৬১— সোধা
পুলি পৰি. ২৯৫— পুৰি

পৃষ্ঠ ৩ পিষ্ঠি ৫৪২— পিঠি
পেচন্দাৰ ১৬১— এবিধ অলঙ্কাৰ
পোথা ৭১৪— পাত
পোলে ৭৯; ১৮৬— পোৰে, দগ্ধ কৰে
পোষ্টা ১৭২৩— পালন কৰোঁতা
প্ৰগল্‌ভ ১১৫৪—নিৰ্ভীক, সাহসী
প্ৰত্যেক ১৫৯১, প্ৰত্যোক ৮৫ প্ৰত্যক্ষে ৮৮০—সাক্ষাৎ
প্ৰবন্ধ ১৪৭৪—যত্ন, আসক্তি
প্ৰবুদ্ধ ১৮৫৬—নিৰিষ্ঠ চিত্ত (চিত্ত)
প্ৰয়াণ ১২৯১—গমন
প্ৰয়াসি ৬৮৫—যত্ন কৰি (প্ৰয়াস = যত্ন)
প্ৰলম্ব ১৩৪৭— দীঘল
ফাড়ে ৬৩৫; ফাৰে ৬২৩— ফালে; ফাৰিবো ৬৬৫; ফাড়ি ১৫৫৩, ১৫৯০—ফালি (যায়), ভেদ কৰি (যায়)
ফিঙ্কাৰে ১২৩০— আলাসতে ঘূৰাই
ফিঙ্কি ৭২৮— ফিকি, ফুলাই
ফোফায় ১১৭০— ফোঁপায়।
বচন সন্দেশ ১২৪০— বা-বাতৰি
বড়া ৩৯৯, ৫৯৮-বৰ, বৰাই বজাই,
বজাই/বঝায় ৩০০, ৭৬২, ১৪৩৯—বাজ হয়, ওলাই অহা
বণিয়া পৰি. ৯২— স্বৰ্ণবণিক, সোণাৰি
বন্ধ ধৰো ১৯৯২— যুঁজ কৰোঁ
বৰ্ত্তুল বলিত ৬৪৪— ঘূৰণীয়া, দীঘল, ল-নি
বলাই ৬৩২— মেলি, বিস্তাৰিত কৰি
বাই ১০১৯— মেলি

বহি যায় ৮৯১—(দিন) অতিবাহিত হয়
বাগী ৫৩৪— বগা, কজলা বা হালধীয়া এবিধ ফুল
বাছুৰি ১৯৯০— গৰু পোৱালি [ সং বৎস-ৰূপ ]
বাজি ৫৯৭— লাগি, বান্ধ খাই
বাজিল ৪০৭— লাগিল, বন্দী হ'ল
বাজু ১৫৮৩— সৈন্যৰ চকী, পহৰীয়া ৰোৱা ঠাই
বাঞ্ছনী ২২৫— কাম্য, বাঞ্ছা কৰা
বণিজাৰু ৪৫০, ১১৪৭— বেপাৰী
বণিয়া পৰি. ২—সোণাৰি
বামানয় ১৩, ৩২৯— বেদ বিৰোধী, বামাচাৰী শাস্ত্ৰ
বাৰ ২২৩— বেৰ
বাৰু ৪০৯; ১২২৯— ঢাল
বাৰুণী ১৮৫৫— এবিধ ফটিকা
বালাই লওঁ ৪৬ (ঘ)— ল'বাৰ অমঙ্গল নিজে লওঁ [বাল + অহিত = বালাহিত > বালাই; আৰ. বালা—অমঙ্গল বিঘিনি]
বাসয় ১২৬৫— গোন্ধাই
বাহানে ৭৪৫— বানে, খুন্দা
বিকল ৩৫০— বিহ্বল
বিচাই/বিছাই ১২৬৪, ১৪৯৫, ১৬০৭ পৰি. ১৮৬— মেলি, পাৰি
বিচেষ্টা ৬২০— বিপৰ্য্যয় কাৰ্য্য, চক্ৰান্ত [ সং ৱি-স্ত্ ]
বিজু ৯০৯, ১৪১৬— বিজন, জনপ্ৰাণীহীন



বিঞ্চে ১৫৩; ২৪৫—বিচে, বা-দিয়ে
বিৰিঙ্গ ৪৭৪; উজ্বলতা, বিড়িঙ্গ ১৪১৮—চতুৰ [ সং ৱিড়ঙ্গ ] নিপুণ
বিধূম ১৮৬৯— ধোৱাঁ নোহোৱা, দপদপাই জ্বলা [সং ৱিধূম্ৰ]
বিনি ৯৯০— বিনা
বিপৰ্য্যয় ৩৩৩—বিপৰীত, ওলোটা
বিপ্ৰিয় ৮২৫— অপ্ৰিয়
ৱিভৱ ৭৫৭— মাহাত্ম্য
বিমৰিষ ৬০৬— বিমৰ্ষ, চিন্তা
বিৰকতি ২০৩৪— বিৰক্তি, বৈৰাগ্য
বিস্মৃতি/বিশ্ৰুত ৫৫৮— চুৰ্ত্তি হেৰুৱাই, হিতাহিত জ্ঞানশূন্য হৈ
বিষুদিন পৰি. ২৮৫— বিহুৰ (চ'তৰ সংক্ৰান্তিৰ) দিন
বিষ্ঠা-পলু ১৩৮৫— বিষ্ঠাৰ পোক
বিহে ২০২— বিহে, বিধান কৰে
বীৰি ৪—বীৰ
বুধ ৬৪০—জ্ঞানী
বুন্দামাৰ ১৪, ১৩০৪ / বুন্দামাল ৬২৮, ১০৩২ } সমূলি ধ্বংস কৰা [সং বৃন্দমাৰ]
বৃত্তিয়া পৰি. ৯৪— বৃত্তিয়াল, বিশেষ বৃত্তিৰ লোক
বেকত ৪৭৪— ব্যক্ত
বেক্ত ৬৬৯— মুখ (সং ৱক্ত্ৰ) বেক্ত বাই, মুখ মেলি
বেৰুঝাৰ ৩০০— উঁই-হাফলু আৰু জাৰণি (ৱল্মীক-তৃণ-কীচকৈঃ —ভগৱত-পু০)
বেৰটি ১০২২—কঁকালত বন্ধা পেটি

বৈতালিক ৪৩৩— স্তুতি বা প্ৰশস্তি গাওঁতা, গায়ন
বৈদুৰ্য্য ১৫০ পৰি. ১১৮—পদ্মৰাগ মণি
বৈৰাগ ২০০৯— বৈৰাগ্য
বৈলখিল ৫৪৬— বিলক্ষণ, অস্বাভাৱিকতা [সং ৱৈলক্ষ্য]
বোম্বালে ১৪৯৩— বেগে
ব্ৰীড়া ১২৭০— লাজ [সং ব্ৰীড়]
ভটকে ৬২৫— ভোৰভোৰায়, বকে [সং ভট্]
ভণ্টাখেৰি ৫৪০-৪১, ৫৪৭—ভঁটা-গুটিৰ খেল
ভৰ্চ্ছিয়া ৬৬০— শৌচ কৰি
ভাগ ৬২৯— ভাগ্য
ভাজন ১২৬৪, পৰি. ১৪৭, ১৯, ২৯— পাত্ৰ
ভাঠি পৰি. ৩ (কমাৰশাল আদিৰ) ভাটি [সং ভ্ৰষ্টি]
ভাষ-ভুস ১৪২৫-ফাচ্ ফুচ্ কাম
ভাসে ৫৩৯—প্ৰকাশ পায়
ভিণ্ডা—দ'ম
ভিতি ৩২, ৫৩১—ফালে, ফলীয়া [সং অভিত০]
ভিড়িল ৩৪৬— ভিৰ ল'লে, বেঁকা হ'ল
ভীতি ২৩২— পক্ষ হ'ল
ভুৰুকুৰা ১৫১৭— ছল কৰা, ফুচলুৱা, খোচামোদ কৰ
ভূমিপাৰে ২১৫— খোজকাঢ়ি
ভেজাইলা ১৩২১—লগালে

ভেণ্টি ৫৩৬— এবিধ ফুল
ভোঁঠা ১৩১— ভোটা
ভ্ৰমৰা ১২.১৩— ভ্ৰমৰ, ভোমোৰা
মখ ১৬৯৭—যজ্ঞ
মঞ্জাঠি পৰি. ২০২—মজাঠি [সং মঞ্জিষ্ঠা]
মণিৰাজ ৫৩৫— ৰগা বা পুঁৰৈয়া ৰঙৰ এবিধ ফুল
মথনি ৬৮৬— মথন দণ্ড
মদে চঞ্চল ১০০২— কামনাচঞ্চল
মনমথ ৮৯৩—মন্মথ, কামদেৱ
মনোজৰ ১৩৪০-১৫৫১— মনৰ সমান বেগী
মমতা ১৩১—প্ৰীতি, মমত্ব
মৰকত ১৫০— এবিধ মণি
মৰ্ম্মস্থল ৭৬৯— সন্ধিস্থান
মলচিল মুখ ৮২৭— মুখ মোহাৰিলে
মহামাৰ ১৮৬০— ঘোৰ মৃত্যু
মহোদয় ১০৪ পৰি. ১১৬— মুক্তি
মাৰ্জ্জে ২২৩— মাৰ্জন কৰে, মচে, সাৰে-মচে [সং মাৰ্জ]
মাৰ ২৯৩— মৃত্যু
মালড়ি ৭০৯— অঙ্গি-ভঙ্গি, ভাও-ভঙ্গি কৰা
মিত্ৰৱতি ১০৪২; ১৫১৩; ১৫৭৯— মিত্ৰতা
মুই ৫৮৮— মই
মুঞ্জমালা ১১৩৭, ১৭১৪— মুঞ্জবনৰ মালা
মুণ্ড ৮৮৯— মূৰ
মুণ্ডাও ৫৬১— মুণ্ডন কৰোঁ, চুলি খুড়াওঁ
মুণ্ডিলা ১৪৭৬— মুণ্ডন কৰিলে, চুলি খুড়ালে
মুনিষাই ১০৪— পুৰুষালি
মুৰালি ১২৬৪— মালাকৰি গঁথা
মুছ ৫৬৬— মুচ্‌কচ্, মূৰ্চ্ছা
মেখলা ১৫৯— কাঞ্চী, কঁকালৰ অলঙ্কাৰ
মেদিনী ১০১৫— পৃথিৱী
মেলান ৬৪৬— মুকলি
মেলানি ৩৬৮, ৭৬১— বিদায়
মেহ্ৰাই/মেঢ্ৰাই ৫০৩— মেৰাই
মোলান ১৬৩— পদুমৰ ঠাৰি [সং মৃণাল]
মোলে ১৫২৫— মূল্যত, দামত
মোষে ৯৭৩— নষ্ট কৰে [সং মুষ্]
মৌক্তিক ১৫২— মুক্তা (মুকুতা) নিৰ্ম্মিত
যন্ত্ৰ ২৪ (ঘ)— তান্ত্ৰিক পদ্ধতিৰ পূজাৰ বেদিত সজা মঙল চক্ৰ, কৱচ
যামা ২০— দেৱতাৰ শ্ৰেণী
যাৱদেকে ৩৭০ } যেতিয়ালৈকে
যাৱে ২০৫, ৭৫৬ } যেতিয়ালৈকে
যাৱে ৩০৪— যাতে
যূথপ ৮৪৮— (হাতীৰ) দলপতি
যেন ঠানে ৩৩৫— যিদৰে বা যিমতে
যেন ঠান ১৯০৭— যেনেকুৱা
যৌসানি ৩৬৪— যেতিয়া



যোগ পৰি. ৯—তুল্য, যোগ্য
ৰঞ্জে ৮৪২, ১০২১, ১৪৫১— বোল লাগি শোভা কৰে
ৰড়ি ৮৪— গাই, উচ্চাৰণ কৰি
ৰড়ে ৬০৭— গায়
ৰহস্য জ্ঞান ২০১৪— তত্ত্বকথা
ৰাউল ৫৮৫— গৰাকী, ৰক্ষাকৰ্তা
ৰাখি ৫২৯— ৰক্ষা কৰি, প্ৰাণ বচাই
ৰাঙ্গল ৫৩৬—ৰাঙল, এজাতি ৰঙা ফুল
ৰিঙ্গ পাড়ি ৬৫৬— বগুৰা বাই ফুৰা
ৰুজ ১৪৫০— খতিখুন
ৰুধিৰি ৬২৮— ৰুধিৰ, তেজ
ৰুৱলী ১৬০৭— ৰুৱা
লঘিমা ১২১৯— অষ্ট ঐশ্বৰ্য্যৰ এক, নিজৰ শৰীৰক লাঘৱ কৰিব পৰা শক্তি
লপা ৮৩— অৱিৰেচক কথকী
লৱলেশ ১১০— নিচেই তাকৰ, অতি সামান্য
লাঙ্গুল ৭১২ } নেজ
লাঞ্জ ১১৭৩ } নেজ
লাসে ১৪৯৬— লাহে লাহে
লোলে ৫৪২— ওলমে, লৰে
লুম্ফি ১২৩০— জপিয়াই পৰা
লোকাই পৰি. ৭৮— লোকসকল (মানুহ)
লোকালোক ১৫৫১— এটি কাল্পনিক পাহাৰ— যাৰ এফালে পোহৰ আনফালে আন্ধাৰ
লোটাৰি পাড়ন্ত ৭৭৭— বাগৰি ফুৰে
লোটালুটি ৫৬৭— বগৰা-বগৰি
লোহ ১২৪১— চকুলো
শকত ৭৫১, ৮৬৪—শক্তিমান
শক্য ৪৪০, ১৪৫৭—সাধ্য
শাশুৰিক ১৫১৫— শহুৰি খাটিবলৈ, শহুৰৰ ঘৰলৈ
শাস্তা ১১৮১— শাসনকৰ্তা
শিফা পৰি. ৫—শিপা
শিষ্য ৬০৬— অনুগত, দাস, সেৱক
শুণ্ড ৫০৫— শুঁড়
শুতি ২৩০— শুই থকা
শুহায় পৰি. ২১৩— শুৱায়, শোভা কৰে
শোভৰ আযুধি ৬২৩— শোৱ ৰোগৰ কোনো ঔষধ নাই বুলি কোৱা হয়, গতিকে ব্যৰ্থ প্ৰয়াস
শ্ৰমজল ৬৮৫— ঘাম
শ্ৰীবৎস ৬৪৩— বিষ্ণুৰ বুকুৰ কেঁকোৰা নোম
শ্ৰুতি ৩৪৮, ৫৫৭— চুৰ্ত্তি
শ্বান পৰি. ৯— কুকুৰ
শ্ৰোণী ৬৯৩— তপিনা
সঙ্কলিলা ৯— নিহত হ’ল
সঙ্কাশ ২১৭; ৪২০— সমান, সদৃশ
সজল জলদ ৭০৪— বৰষুণ থকা মেঘ
সন্ধুকি/সন্ধুঁকিয়া ১৩২১— (অচেতন-তাৰ পৰা) চেতনা পাই
সন্ধুক্ষণ ১৮৩১— সচেতন

# নাম-ঘোষা

কৈতৱ ৭২৬; ৭২৮; ৭৩৪-৬— কপটতা, ছলনা, ফাকি
কো বা কো বা ৫২— [ সং কঃ ৱা কঃ ৱা]; কোননো, কোননো
খাণ্ডা ৪২৫— তৰোৱাল
ঘাণ্টি ৭০৯— ঘাট, ঘাটৰ কৰ, দায়-জগৰ
চাওঁ ১৮৪, চাঞো ৭৯১— বিচাৰোঁ, বাঞ্ছা কৰোঁ, ভিক্ষা কৰোঁ
চূৰ ১০২— চূৰ্ণ
চূৰিয়া ২৩৮— চূৰ্ণ কৰি
ছানি ৯৫২— চাৰিও দিশ আগুৰি
ছিৰীৰাম ৮৯৮, ৯২০— শ্ৰীৰাম
জোনো ৮০৭— জানোচা, কিজানি
ঝুণ্টা ৪৮০— মিছা
জগ-আধাৰ ৭৩১— জগতৰ আধাৰ
জগৱাস ১৩৭—জগন্নিৱাস, জগতৰ আধাৰ
ঝাণ্টে ৭১৩— সোনকালে, লৰা-লৰিকৈ [সং ঝটিতি]
টেৰ ৬৩০— বেঁকা [সং তিৰ্য্যক ]
ঠাকুৰালি ৫৪০— স্বামিত্ব
ডাটি-ডাণ্টি ৪২৫, ৭৪৯—ডাঠি, টানকৈ
'ডুকৃঞ কৰণে' ৪৫— পাণিনীয় ধাতুপাঠৰ এটি সূত্ৰ, সাধাৰণ ভাৱে ব্যাকৰণ চৰ্চ্চা
তৰতৰাৱে ৭৬৩— থৰথৰকৈ কঁপে
তৰতৰিয়া ৫১৫— থৰথৰি
তৰে ৫৩৬— নিমিত্তে, কাৰণে
তলপ ২৩১— আদেশ, বেতন [আৰং তলব ] হুকুম নামা
তাৰে ৭০৫— তাক
তাৰত ৫৯৯— তেতিয়ালৈকে
দূজা ৩৯৯— দ্বিতীয় [প্ৰাং দুঅজ্জ ]
দুৰ্ঘোৰ ৪৮৬— মহাপাপ
দ্বাৰে ১৫৩— দুৱাৰেদি, যোগেদি
দেৱান ২৪২— মন্ত্ৰী, বিষয়া [আৰং দীৱান ]
দেৱান ৪৭৪— বেহা, দোকান
দ্ৰোহিয়াৰ ৮১২— দ্ৰোহী
ধিক ৯১— অধিক
নধাৰে ৯৯৮— নেখেদে
নফৰ-দায় ৮২০— ভকতৰ শপত [ফাং + ]
নয় ৩৪— স্বৰূপ, বচন, তত্ত্ব, নীতি [সং নয় ]
নৰহৰি ৬১— নৃসিংহ
নাশা ২৮৩— নষ্ট যোৱা (নিন্দা)
নিচল ১৭— নিশ্চল, অচল
নিচয় ৬০৭, ৬২৪, ৬৫১— নিশ্চয়
নিদান-ভূত ১৩— কাৰণ-স্বৰূপ
নিৰ্ম্মৎসৰ ১১ ৩— লোভহীন, ঈৰ্ষাশূন্য
নিশ্খল ৫৯— খল, দুষ্ট
পট ৬৬৯— গৰ্ব্ব, আৱৰণ (?)
পাষণ্ড ৩৪, ৩৩২ 'বামানয়', ভক্তি বিৰোধী
পাষণ্ড-নয় ২৭৪ভক্তি বিৰোধী পন্থ
প্ৰগল্ভ ৬০৯— সাহসিক
প্ৰৌঢ়ি ৬০৯— সাহসিক বাক্য



ফাড়ি ৭০৭— ফালি
বঞ্চিয়ো ২৩৩— হাত সাৰোঁ
বড়াই ৭২১— গৰ্ব্ব
বৰাক ১০৪— [স.ং] দুঃখিত, নগণ্য
বাঘজালি ২২২— বাঘ-জাল, ফান্দ
বাঝ ৪১৭— বন্ধন
বাপদায় ৩৩৫— বাপৰ শপত
বামানয় ১৪৭— বামাচাৰী পন্থ, পাষণ্ডধৰ্ম্ম, বিৰুদ্ধ শাস্ত্ৰ
বাৰাহ ৩— বৰাহ
বাহাৰে ২৮৬— বায়, সুমুৱায়
বাহুড়াৰে ৯৯৮— বন্ধ কৰে, নিৰোধ কৰে
বিনোদ ৮৪— লীলা
বিৰক্ত ৫৯৮— অনাসক্ত, বৈৰাগী, বিষয়ৰ প্ৰতি বিমুখ
মধুৰতে ১৬৫— মধুৰ দৰে (?)
মহোদয় ৪৬৫, ৯৬২— মুক্তি
মাৰ ১০৬, ১২৮— মৃত্যু
মাৰণা মাৰে ৯৯২— যুদ্ধ কৰে
মুদ ১১১, ১১২ [সাং মুদ্ৰা] ঢাকনি, সফুঁৰা
মেৰি ৮৪১— মোৰ [ব্ৰজং]
মোট ৭৯৬— আৱৰণ
মোৰে ৮৩৯— মোক
যুৱাই ৭৯, ৮১২— যোগ্য হয়, উচিত হয়
ৰকাৰাদি নাম ১৪—'ৰ' আখৰ আগতথকা নাম
ৰমাৰন্ত ১৫২, ১৫৩— আনন্দ দিয়ে
লুবুধ ৪২৩— লুব্ধ, লুভীয়া
শঙ্কঞো ১৪— শঙ্কা কৰোঁ, আশা কৰোঁ
শিৱ ৯২১— মঙ্গলময়
শীঘিৰ ২২৮— শীঘ্ৰ, সোনকাল
শুধ ১৭৪, ২৫— শুদ্ধ
সুধা ২০১— অমৃত
সখিত ১১৫— সখিত্ব
সঙ্গ ৫৯৭— আসক্তি
সদাশিৱ ৯৩২— সৰ্ব্বমঙ্গলময়
সন্নিতে ৪৫— ওচৰ [সাং সন্নিহিত]
সমসৰ ১৩৮— সমান
সৰি ১৭— সমান [সাং সদৃশ]
সৰ্ব্বস ৫১২— সৰ্ব্বস্ব, সৰ্ব্বহ
সুকৃতি ১১৪— কৃতী, সৎকৰ্ম্মকাৰী
সেৱক-দায় ৬৯৩— ভকতৰ শপত
সেৱা-চোৰ ৯৭৮— ভক্তি-অৱহেলাকাৰী
সেহি-নয় ৬৮১— তেনেকুৱা
সোপন ৪৬২— স্বপ্ন
হৰবাৰ ৩৯০— ?
হমাৰে ৮২৫— মোৰ [ব্ৰজং]
হামো ৮৩৫— মই [ব্ৰজং]
হৃষীকেশ, ১৩৮— ইন্দ্ৰিয়ৰ অধিষ্ঠাতা
হেৰা ৮৩— এয়া, চোৱা ❑